# দুৰবাৰ কাব্য প্ৰতিভা

সম্পাদনা সমিতি

| | | |
|---|---|---|
| শ্ৰীবীৰেন বৰকটকী | | —সভাপতি। |
| শ্ৰীযোগেন চেতিয়া | | —সম্পাদক। |
| শ্ৰীজগত চেতিয়া, | } | সহকাৰী সম্পাদক। |
| শ্ৰীঅৰুণ কাকতি, | | |
| শ্ৰীবসন্তলাল দুৱৰা। | | |
| শ্ৰীভগবান দত্ত। | | |
| শ্ৰীগুণ বৰুৱা। | | |
| শ্ৰীললিত শ্যাম। | | |
| শ্ৰীইমৰাণ শ্বাহ। | | |

ৰংপুৰ সাহিত্য সভা
শিৱসাগৰ : অসম
*প্ৰকাশক আৰু মুখ্য পৰিবেশক*
নিউ বুক ষ্টল * শিৱসাগৰ

**Duwarar Kavya Prativa :** *A collection of critical essays on different aspects of literary achievements of Late Jatindra Nath Duwara edited by Sri Jogen Chetia and Published by Sri Gakul Chandra Bora, New Book Stall, Sibsagar, Assam.*

প্ৰথম প্ৰকাশ ॥ ১৯৭২ চন ॥

প্ৰকাশক :
শ্ৰীগকুলচন্দ্ৰ বৰা
নিউ বুক ষ্টল
শিৱসাগৰ, অসম



মূল্য ৬·০০

মুদ্ৰক :
শ্ৰীঅজিতকুমাৰ দত্ত
ৰামকৃষ্ণ প্ৰিণ্টিং ৱৰ্কছ
৪৪, সীতাৰাম ঘোষ ষ্ট্ৰীট
কলিকতা-৯

## সম্পাদকৰ বক্তব্য :

কবি যতীন্দ্ৰনাথ দুৱৰাৰ জীৱনী এক সাঁথৰ। তেখেতৰ কাব্য সাধনা অসমীয়া সাহিত্যত এক বিস্ময়। চিয়াহীতকৈ চকুৰ পানী বেছি ব্যয় কৰি দুৱৰাই ওৰে জীৱন কবিতা ৰচনা কৰিলে। এই কবিতাৰ সৰহ ভাগ কবিয়ে নিজে নষ্ট কৰি পেলালে। ইয়াতেই দুৱৰা অন্য কবিৰ সৈতে ব্যতিক্ৰম।

কুৰি শতিকাৰ অসমীয়া ৰোমাণ্টিক কবি সকলৰ ভিতৰত দুৱৰাই শ্ৰেষ্ঠ কবিৰ স্বীকৃতি পাইছিল। পুব-পশ্চিমৰ সাহিত্যৰ বহুমূলীয়া সাহোনেৰে দুৱৰাই ভাষা সাহিত্যক চহকী কৰিছিল। নিজৰ সঙ্গীত কোমল মোহনীয় প্ৰকাশ ৰীতিৰে অসমীয়া লিৰিক কবিতাৰ নিটোল ৰূপদান কৰে। "যেয়ে যেনেকৈ পাৰে মাতৃপূজাৰ বেদীত ফুল-বেলপাত দি মনৰ আনন্দেৰে ষোড়শো-পচাৰে পূজা কৰি নিজৰ মাতৃভাষাৰ উন্নতি বিধান কৰক।" এয়ে আছিল দুৱৰাৰ জীৱনৰ ব্ৰত সাধনা। দুৱৰাৰ সাহিত্য সাধনাৰ নিষ্ঠা আৰু একাগ্ৰতা সহজে পাহৰি যাব পৰা বস্তু নহয়।

কুৰি শতিকাৰ অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ কবি হৈয়ো দুৱৰা আমাৰ সাহিত্যৰ বহু বিতৰ্কিত কবি হ'ব লগাত পৰিল। কবিগুৰু ৰবীন্দ্ৰ নাথো এনে সমস্যাৰ সন্মুখীন হব লগাত পৰিছিল। কিন্তু দুৱৰাৰ সম্পৰ্কে এই বিতৰ্কত উপযুক্ত পটভূমি বিচাৰি উলিওৱা টান। কাৰণ দুৱৰাৰ জীৱনৰ বিশদ ইতিবৃত্ত আজিলৈকে প্ৰকাশ হোৱা নাই। নিজেই সৰহ ভাগ কবিতা ফালি ধ্বংস কৰি পেলালে, এতিয়াও বহু কবিতা প্ৰকাশৰ অপেক্ষাত আছে। তাৰোপৰি দুৱৰাৰ যিখিনি কবিতা প্ৰকাশিত হৈছে সেই বিলাককো ক্ৰম ৰক্ষা কৰি প্ৰকাশ কৰা হোৱা নাই। নাইবা সমালোচক সকলে কবিৰ জীৱনৰ লগত ক্ৰম ৰক্ষা কৰি আৰু সামাজিক পৃষ্ঠভূমিৰ দৃষ্টিকোণৰ পৰা তাক বিচাৰ বিশ্লেষণ কৰাৰ চেষ্টা কৰা নাই। এই বিলাকৰ বাহিৰেও দুৱৰাই জীৱনৰ বিভিন্ন সময়ত বিভিন্ন ব্যক্তিলৈ লিখা কিছুমান ব্যক্তিগত চিঠি, দুখনমান হাতে লিখা সভাপতিৰ অভিভাষণ, প্ৰবন্ধ, অপ্ৰকাশিত অৱস্থাত আছে। সেই বিলাকে কবিৰ জীৱনৰ গতানুগতিক দিশটোৰ উপৰিও অন্য এটা দিশ

উদঙাই দিয়ে। লিখক এজনৰ সাহিত্য কৰ্ম্মবিচাৰ কৰিবলৈ যাওঁতে এইবোৰ সমলৰ ওপৰত নিশ্চয় গুৰুত্ব দিব লাগিব। কবি দুৱৰাই জীৱিত কালতেই প্ৰায়েই মন্তব্য কৰিছিল, কিছু সমালোচকে তেওঁক ভুলভাৱে বুজিছে। দুৱৰাৰ জীৱিত কালত ইয়াৰ গুৰুত্ব দিয়া নহল। এনে পৰিস্থিতিতেই দুৱৰাৰ সম্পৰ্কে এক শ্ৰেণীৰ সমালোচকে একোটা শেষ সিদ্ধান্ত দিবলৈ আগবাঢ়ি আহিল।

ৰংপুৰ সাহিত্য সভাৰ "দুৱৰাৰ কাব্য প্ৰতিভা" পুথিখনি এই দিশত এটি পদক্ষেপহে। আমি বহু চেষ্টা কৰিও কেইবাজনো বিশিষ্ট লিখকৰ পৰা প্ৰবন্ধ আহৰণ কৰিব নোৱাৰিলো। যি সকলে প্ৰবন্ধাদি দি আমাক সহায় কৰিছে তেখেত সকলৰ ওচৰত আমি কৃতজ্ঞ, শ্ৰীযুত আনন্দ চন্দ্ৰ বৰুৱা দেৱৰ স্মৃতি তৰ্পণ, ৺নকুল ভূঞা দেৱৰ "কবি দুৱৰাৰ লগত" শ্ৰীযুত হীৰেন গোহাইৰ যতীন দুৱৰা "নবযুগ" আলোচনীৰ পৰা লোৱা হৈছে। তাৰ কাৰণে উক্ত আলোচনীৰ সম্পাদক, স্বত্বাধিকাৰী সকলোলৈকে—ধন্যবাদ জনাইছো। শিৱসাগৰৰ নিউ বুক ষ্টলৰ গৰাকী, সাহিত্যানুৰাগী শ্ৰীপূৰ্ণানন্দ বৰা আৰু শ্ৰীগকুল বৰা পুথিখনৰ প্ৰকাশকে গধুৰ দায়িত্ব গ্ৰহণ কৰাত আমি তেখেত সকলৰ শলাগ লৈছো। প্ৰকাশৰ বিভিন্ন কাৰ্য্যত সম্পাদকীয় সমিতিৰ সদস্য আৰু ৰংপুৰ সাহিত্য সভাৰ কৰ্ম্মী সকলে আগবঢ়োৱা সহায় সহযোগৰ কাৰণে তেখেত সকললৈ কৃতজ্ঞতা জ্ঞাপন কৰিছো। পুথিখন যথা সময়ত ৰাইজৰ হাতত দিব নোৱৰাৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিলো—।

সদৌ শেষত না না বাধা বিঘিনি অতিক্ৰম কৰি পুথিখন ছাপা কৰি উলিয়াই দিয়াৰ কাৰণে কলিকতাৰ ৰামকৃষ্ণ প্ৰিণ্টিং ৱৰ্কছৰ গৰাকীলৈ আমাৰ আন্তৰিক ধন্যবাদ জনাইছো।

১৫ নবেম্বৰ, ১৯৭১ চন
শিৱসাগৰ।

শ্ৰীযোগেন চেতিয়া
সম্পাদক।

## ॥ সূচীপত্ৰ ॥



—:*:—

# স্মৃতি-তৰ্পণ

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা

কথাৰে কবিতা ৰচি, নিজৰ চকু-লো নিজেই মচি, আলফুল আৰেশৰ সেউজীয়া বননিত সুললিত ছন্দেৰে ইনাই-বিনাই যোৱা যতীন্দ্ৰনাথ ছুৱৰাক আজি মানুহে বিচাৰিছে। অসমৰ মানুহে। কাৰণ, ছুৱৰাক স্বৰ্গৰ সভালৈ লৈ যোৱা দেখি মানুহৰ প্ৰণয় জাগিল। এই প্ৰণয় কাল-পৰিণয়। চিৰকুমাৰ ছুৱৰাৰ পৰিণয় হ'ল—মহাকালৰ বুকুত থকা কোনোবা কুমাৰীৰ লগত। তেৱোঁ চিৰকুমাৰী। পূৰ্ণিমাত দেহহীন চামেলীৰ দৰে মৃত্যুহীন মহাকাশত আজি ছুৱৰাই সূক্ষ্মতম স্থিতি লাভ কৰিলে।

ছুৱৰাৰ একমাত্ৰ পৰিচয়—কবি। কবিতাই আছিল তেওঁৰ অন্তৰতম লোকৰ যথাসৰ্ব্বস্ব। কাৰো ওপৰত অভিমান কৰিবলৈ ছুৱৰাৰ জীৱনত সুৰুঙা নাছিল। অকলশৰীয়া বিশাল বিশ্বত তেওঁ আছিল অকলশৰীয়া এজন কবি—কবিতাই আছিল তেওঁৰ তৃপ্তি। সাগৰৰ বুকুতে সাগৰৰ ঢৌ মাৰ যোৱাদি ছুৱৰাৰ নিজৰ বুকুতে নিজৰ সুখ-ছুখ আশা-আকাঙ্ক্ষাৰ ঢৌবোৰ উঠিছিল আৰু মাৰ নৌ যাওঁতেই কবিতাৰ ৰূপ লৈ দেখা দিছিল। হয়তো ডেকা ছুৱৰাই কোনো মানসীক পাবলৈ তীব্ৰ আকাঙ্ক্ষা কৰি ব্যৰ্থ হৈছিল। মনেৰে একান্তভাবে আপোন বুলি কবিতাৰ ছন্দেৰে সজাই-পৰাই থোৱা সেই মানসীক লাভ কৰিব নোৱাৰি—সেই ব্যৰ্থতাত গুজৰি-গুমৰি ছুৱৰাই হাতত তুলি ললে কবিৰ মোহিনী বীণা—ঝঙ্কাৰি উঠিল আপোন-সুৰৰ সপোন-লহৰ। এই ক্ষেত্ৰত ছুৱৰা এজন লিৰিক্ কবি। কল্পিতা মানসীক তেওঁ কৈছে ঃ

"চেনেহৰ সখা মোৰ শেষ অনুৰোধ
অতীতক নেযাবা পাহৰি।
সমাপি জীৱন খেলা বসুধা বুকুত
যাম গৈ যিদিনা আঁতৰি,
অতীতক নেযাবা পাহৰি॥"

অকপটভাৱে পোনপটিয়াকৈ অন্তৰৰ ব্যথা মোলায়েম শব্দেৰে প্ৰকাশ কৰি দুৰবাই অসমীয়া কাব্যজগতত আলোলোৱা কপৌ-লতাৰ সেউজীয়া ৰূপ ৰেখাৰে যি সৌন্দৰ্য্য সৃষ্টি কৰি থৈ গ'ল—সেই সৌন্দৰ্য্যৰ মেলাত অসমীয়া কবি-কুলৰ মাজত মৰমী দুৰবা নিজেই এদিন কবিতা হৈ চিৰঞ্জীৱি হ'ল। সিদিনা শিৱসাগৰৰ দিখৌ নৈৰ পাৰৰ সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত সাদৰৰ শেষ আৱাহন কৰি তোমাক আমি বিদায় দিলোঁ। দিয়েই বিচাৰিলোঁ তোমাৰ "জীৱনৰ দান" কি? তুমি কৈ গলা—"জীৱন মোৰ কাষলৈ আহি মোক এপাহ ফুল দি গ'ল। মই সেই ফুল পাহি সাবটি বুকুত থলোঁ।" ...তোমাৰ সেই ফুলপাহি বনফুল হলেও সি মাধৈমালতী। তুমি ক'লা,—

"প্ৰেমৰ সপোন আজি সাবটি ধৰিছোঁ
হ'ব পাৰে সুখ খন্তেকীয়া।
সাঁচতীয়া চেনেহৰ মধু পৰশৰ
স্মৃতি মোৰ হক যুগমীয়া।"...

কবি দুৰবা! এইয়া তোমাৰ যুগমীয়া স্মৃতিত হৃদয়-গঙ্গাৰ নিৰ্ম্মল জলেৰে তৰ্পণ দিছোঁ—তৃপ্ত হোৱাঁ।

## "ওমৰ-তীৰ্থত" স্মৃতি তৰ্পণ

## "বনফুলৰ" পুষ্পাঞ্জলি

শ্ৰীনীলমণি ফুকন

পৃথিবীত যি সকল লোকে যি কোনো ক্ষেত্ৰতে, যি বিষয়তে, নিজস্ব প্ৰতিভা বিস্তাৰ কৰি নাম থৈ গৈছে, তেওঁলোকৰ প্ৰায়জনৰ জীৱনতে মাতৃদেৱীৰ হাত দেখা যায়। মাতৃদেৱীৰ কোলাতেই সেই প্ৰতিভা উমনি লয়। স্বভাৱ কবি যতীন্দ্ৰ নাথ দুৱৰাৰ জীৱনত তেওঁৰ খোজে-কাটলে, মাত-কথাত, ব্যৱহাৰত, তেওঁ নিজেও নজনাকৈ, যি এটি কোমলতাই তেওঁৰ লগত সদায় লাটিপুটি কৰি ফুৰিছিল, সেই দৃশ্য অতি মনোৰম আছিল। এই কোমল স্বভাৱ তেওঁ নিজৰ মাতৃদেৱীৰ স্বাভাৱিক কোমল মৰমীয়াল মাতকথা ব্যৱহাৰৰ মাজেদি, স্তন্যপালনৰ লগে লগে পাইছিল বুলি কব পাৰি। তেওঁৰ এই শৈশৱ-সুলভ স্বভাৱ তেওঁৰ সমস্ত জীৱনৰ অমিয়া আছিল বুলি কব পাৰি। তেওঁৰ অমায়িক জীৱন তেওঁৰ মাতৃদেৱী "আইতা"ৰ পৰা পোৱা দুৰ্লভ বস্তু আছিল। সেই বাবেই তেওঁৰ শৈশৱ অৱস্থাত সকলোৱে মৰেমেৰে মতা কোমল "বাপু" মাতষাৰ তেওঁৰ বয়সেও আমাৰ আগত তল পেলাব পৰা নাছিল। তেওঁৰ এই কোমল স্বভাৱ যৌৱন কালৰ, তেওঁৰ কাব্য-প্ৰতিভাৰ কোমল-ধ্বনিত আমি শুনিবলৈ পাওঁ। তেতিয়াও ল'ৰাৰ দৰে আকাশৰ তৰা বিলাক দেখিলেই, কথা কওঁতেই, সদায় মুখত চকুত হাঁহি-বিৰিঙা মুখেৰে হাতৰ মুদ্ৰা দি "চিক্‌মিক্ জিক্‌মিক তৰাৰ থুপি" বুলি যেতিয়া দুই-চাৰি লাইন কবিতাৰ সৃষ্টি কৰে, সেই দৃশ্য দেখাৰ আনন্দ বৰ্ণোৱা টান। কাপেও তাত কালিমা পেলাব নোখোজে। তেওঁৰ এই স্বভাৱ সুলভ কাব্য

প্ৰতিভা প্ৰৌঢ় অৱস্থাত "ওমৰ-তীৰ্থত" অৱগাহন কৰি গঙ্গাজলৰ দৰে পৱিত্ৰ "অৰ্ঘ্যজল" কৰি "চেনেহী ভাষা জননীৰ" চৰণত অৰ্ঘ্য-দান দিলে। তাৰে একোকণ গণ্ডুষ পান কৰি অসমীয়া জিভাই সদায় অমৃত পান কৰি আছে। এই কোমলতাই তেওঁক চিৰজীৱন শিশু-কণ্ঠ কৰি ৰাখিলে। শিশুৰ দৰে বুঢ়া কাললৈকে তেওঁৰ মুখত "ৰলয়োৰ ভেদঃ" হৈয়েই থাকিল। তেওঁ একবকম বুঢ়া বয়সতো "বগৰিক" বগলি যেন উচ্চাৰণ কৰোতেই গল। টান শব্দ একোটা উচ্চাৰণ কৰোতে গাল ডুখন প্ৰায়েই ফিন্দখাই উঠে, জিভাৰ পানী বৈ যায়। আমাৰ কাপে, তেওঁৰ এই কোমল স্বভাৱ "আৰু বৰ্ণনা কৰিব নোৱাৰো" বোলাত ইমানতে ক্ষান্ত থাকিলো।

হুৰবাদেৱ লিখকৰ সমন্ধত দদাইদেৱেক, বয়সত সৰু। সাতে-সোতৰে মাতত "বাপুখুৰা", সঁচা কথা কবলৈ হলে প্ৰায়েই "বাপু" হবলৈ ধৰে।

তেওঁৰ "ভতিজাক" মাতকথাত, ব্যৱহাৰত তেওঁৰ বিপৰীত ধৰ্ম্মী ঢোল যেন মাত, লোকৰ টান কথাত নিজৰ চকুৰে কান্দিব খোজাতকৈ, নিজৰ টান কথাৰে লোকক কন্দুৱা বিধৰ। কাজেই তেনেটো "ভতিজাকক" কৰবাত কটু-সমালোচনা কৰা শুনিলে, তেওঁ কান্দো কান্দো হৈ আহিব লগাত পৰে। আৰু "ভতিজাকক" উপদেশ দিয়ে "অমুকে আপোনাক ( বয়সত ডাঙৰ বাবে তেওঁৰ মুখত "ভতিজাকক" মাতোতে আপুনিহে ওলায় ) দেখিব নোৱাৰে ; আপুনি তেনে লোকৰ লগত কথা বতৰা নহব"। এয়ে যতীন্দ্ৰ নাথ হুৰবা মানুহজন। এনেজন লোকৰ দেহাশ্ৰিত হৈ, কাব্য-প্ৰতিভাই যে কল্প-লোকৰ "আকাশ কুসুমৰ" কোমল পাপৰি বিলাককে অসমৰ কাব্য-কাননত দি থৈ গল, তাত আচৰিত হব লগীয়া একো নাছিল। কবিতাই হে তেওঁৰ কণ্ঠকলাপী হৈ তেওঁৰ কোমল মাতৰ সহায় লৈ বাহিৰত প্ৰকাশ পাইছিল।

অসমৰ সমাজ-বুৰঞ্জীত ডেকা-বুঢ়াৰ ঘনিষ্ঠতা ডুঠাইত বিশেষভাবে



দেখিবলৈ পাওঁ—মণিৰাম-পিয়লী, লক্ষ্মীনাথ-যতীন্দ্ৰনাথ। মণিৰাম দেৱানৰ সান্নিধ্যত কুলা-মোদী, চফলডেকা পিয়লী বৰুৱা একেখন ফাঁচি চাঙত ঠাই পাইছিল ; যতীন্দ্ৰ নাথ হুৰবায়ো সাহিত্য-ৰথী বেজবৰুৱাৰ সান্নিধ্যত উৎপ্ৰেৰণা পাই অসম সাহিত্য সভাৰ সভাপতিৰ যিখন আসন সাহিত্যৰথী বেজবৰুৱাই অলঙ্কৃত কৰি থৈ গ'ল সেই আসনো অসমৰ সাহিত্যসেৱী সকলে তেওঁলৈ আগবঢ়াই দিয়ে। আজি মণিৰাম দেৱান-পিয়লীবৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা যতীন হুৰবা স্মৃতি বিজড়িত হৈ পৰিছে—শ্বহীদ তৰ্পণত, সাহিত্য সভাৰ শ্ৰদ্ধাঞ্জলি অৰ্পণত। সাহিত্য ৰথীৰ জন্মশত বাৰ্ষিকী উৎসৱত "ওমৰতীৰ্থ" অমৰ আত্মা যতীন্দ্ৰনাথেও ঠায়ে ঠায়ে এভুমুকি মাৰিছিল। মণিৰাম দেৱানৰ তিথিত পিয়লী বৰুৱালৈও স্বকীয়া শৰাই এখনি সসম্ভ্ৰমে আগবঢ়োৱা হয়।

যতীন হুৰবাই "স্কটিছ চাৰ্চ্চ কলেজৰ" পৰা বি-এ পাচ কৰে। তাৰ পাছত তাৰেই কলেজিয়েট স্কুলৰ শিক্ষক, বোৰ্ডিঙৰ "মনিটাৰ" হৈ এই মিশ্যনৰ সভ্য নহৈও, এই শিক্ষানুষ্ঠানৰ লগত জড়িত হৈ এটা ওতঃপ্ৰোত সম্বন্ধ স্থাপন কৰে। সেই কলেজৰ কৰ্ত্তৃপক্ষ, শিক্ষক ছাত্ৰ, বোৰ্ডিঙৰ ৰান্ধনি চাকৰ পৰ্য্যন্ত, সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হৈ উঠে। তাৰ পাছত জৰ্জ্জ ইনষ্টিউশ্যনত শিক্ষকতা কাম কৰোতে, শিক্ষক, ছাত্ৰৰ লগত সেই সম্বন্ধ আমি নিজ চকুৰে দেখা কথা। পঢ়া-শুনাত বৰ ভাল নোহোৱা ছাত্ৰ সকলে বিশেষভাবে তেওঁক ভাল পাইছিল। আমি তেওঁৰ মুখতেই শুনা কথা "স্কটিচ্ চাৰ্চ্চ কলেজ"ৰ অধ্যাপক এজনে পৰীক্ষা হলৰ পৰা নকল কৰা ছাত্ৰক "গাৰ্ডে" ধৰি আমি দিলেও "মোৰ ছাত্ৰই নকল কৰিব নোৱাৰে" বুলি হেনো এৰি দিয়ে। হুৰবাৰো তেনে মৰমীয়াল স্বভাৱৰ বাবে পঢ়াশুনাত বেয়া ছাত্ৰবিলাকে পৰাপক্ষত "হুৰবা-মাষ্টৰে" পৰীক্ষাৰ কাকত চাওঁতে লৰাক ফেইল কৰিবলৈ বৰ টান পায়, এই কথা জানি সদায় তেওঁৰ ওচৰ চাপি ভাল পায়। তেওঁ এম, এ, নহৈয়ো কলিকতা

বিশ্ববিদ্যালয়ৰ অসমীয়া অধ্যাপকো কিছুকাল আছিল। শেহত ডিব্ৰুগড় কানৈ কলেজতে অসমীয়াৰ অধ্যাপক কামতে শেষ শিক্ষকতা বুলি কব লাগিব। তেওঁ স্বভাৱ কবি আছিল। কবিতাই তেওঁৰ জীৱনৰ সঙ্গিনী বুলিব পাৰি। সাহিত্যই তেওঁৰ "গুৰু-সেৱাৰ" দৰে বুলিব পাৰি। তেওঁৰ শিক্ষকতাই কিমান কৃতী ছাত্ৰ তৈয়াৰ কৰিলে, আমি তাৰ লেখ দিব নোৱাৰিলেও, এবাৰ কথা নিঃসন্দেহে কব পাৰো যে এজন কৃত্ৰিম ছাত্ৰ দেখিলে, তেওঁ মনত বৰ দুখ পাইছিল।

তুৰবাৰ কবিতা বিলাকত প্ৰায়ই একোটা "হা-হুমুনিয়াহ"ৰ ভাব প্ৰকাশ পায়। কিন্তু, কিয় আৰু কোনখিনিত সেই কথা ধৰা টান। এই কথা ঠিক যে এই বাস্তৱ জগতত তেওঁৰ "কল্প-লোকৰ" সহ অৱস্থান নেদেখি সদায় অশ্বস্তিবোধ কৰিছিল। এই অশ্বস্তিবোধেই তেওঁৰ কোমল প্ৰাণত বেদনা দি তাৰ তিক্ততাই তেওঁৰ কাব্যৰসো অলপ তিক্ত কৰি তুলিছিল। তেওঁ "কীটছৰ" দৰে বিশ্বাস কৰিছিল, এই সংসাৰত মানুহে প্ৰকৃততে সুখী নহয়, কিন্তু সুখী হবলৈ বিচৰা-টোৱেই সুখদায়ক। ওমৰখায়ামৰ "সুৰা আৰু পিয়লা" পাৰ্থিৱনে, অপাৰ্থিব সচ্চিদানন্দৰ ৰসবোধৰ (ৰসো বৈ সঃ) প্ৰকাশ কৰিব নোৱাৰা, কেৱলমাত্ৰ কাব্য ৰসত অলপ আস্বাদন পাব পৰা বস্তু তাক কোৱা টান। ওমৰখায়ামৰ "সুৰা আৰু পিয়লা" যথাৰ্থতে উপমা নে উপমেয় সেই বিষয়ে কোনো মতামত দিয়াৰ অধিকাৰ আমাৰ নাই। কিন্তু, তুৰবা কবিৰ মুখত, নিজ মাত কথাত, যেতিয়া খায়ামৰ কবিতাৰ নিজস্ব "খেয়ালী" সুৰ দিবলৈ ধৰে, তেতিয়া তেওঁৰ মুখত কোনো প্ৰকাৰ "সুৰাৰ" গন্ধ পোৱা নাছিলে। তেওঁ ওমৰতীৰ্থত অৱগাহন কৰি তাৰ পৱিত্ৰ জল কমণ্ডলুত লৈ ফুৰিছিল, সি প্ৰকৃততে 'গঙ্গাজলৰ' শুচিত্বকে বুজাইছিল। কাব্যৰস পিয়াসী সকলে সেই নিষ্ঠাৰেই পান কৰি আহিছে।

তুৰবা কবি যথাৰ্থতে অমৰ কবি "গ্ৰে"ৰ বনফুল পাহি আছিল। একৰকম আপোনমনে বনতেই পাহি মেলি, বনতেই ফুলি, বনতেই



গোন্ধদি বনতেই মৰহি গৈছিল। তাৰ সন্ধান লওঁতা কোনো নাছিল। যেতিয়া তেওঁৰ "বনফুল" থুপি, ইন্দ্ৰৰ সভাত পাৰিজাতৰ দৰে, দিল্লী মহানগৰীত "ৰাজ দৰবাৰত" সুগন্ধ দান কৰিবলৈ ধৰিলে, তেতিয়াহে নাক নোহোৱা সকলেও তাৰ গোন্ধ পাবলৈ ধৰে। "ওমৰতীৰ্থ"ৰ কবি যতীন্দ্ৰনাথ এতিয়া "বনফুলৰ" কবি বুলিয়েই সাহিত্যজগতে চিনি পোৱা হ'ল। ৰাজঘৰৰ পৰা সন্মানিত আৰু পুৰস্কৃত হ'ল। এই পাহি "বনফুল" অসম কাব্য-কাননত নন্দনৰ "পাৰিজাতৰ" দৰে নমহৰা বনফুল হৈ গোন্ধত সমস্ত কানন আমোল-মোল কৰি তুলিছে। "ওমৰতীৰ্থ"ৰ যাত্ৰী আজি ওমৰ বা অমৰলোকত "খায়াম" কবিৰ লগত দেৱাঙ্গনা মুখত "খেয়ালী" সঙ্গীত শুনি কাণজুৰ কৰিছে।

এদিন কলামোদী পিয়লী বৰুৱাই চকুলৈ চাব নোৱাৰা মণিৰাম দেৱানৰ গাতপৰা মাখিটো মাৰিবলৈকো যি দৰে তোচ্ কৰা নাছিল, মণিৰাম দেৱানেও "প্ৰাপ্তে তু ষোড়শে বৰ্ষে পুত্ৰেমিত্ৰ বদাচৰেৎ" এই শাস্ত্ৰবচন মানি চফলডেকা পিয়লীক দেৱানে মিত্ৰৰ চকুৰেই চাইছিল। ফাঁচিজৰী ডালৰ এমূৰে বান্ধি লগতে লৈ গল। বেজ-বৰুৱাৰ "বাপু" তুৰবা কবিতো সেই কথা খাটে। যিজন বেজবৰুৱাই লোকক হহুঁৱাইছিল, নিজে ওঠখনকো "খবৰদাৰ অলপো ইষৎহাস্য নকৰিবি" বুলি চম্ভালিব পাৰিছিল, তেনে বেজবৰুৱাকো বাপুৱে হহুঁৱাব পাৰিছিল। যি বেজবৰুৱাৰ আঠুত ধৰি "বাপুৱে" বেজবৰুৱাৰ গাতে লাগি থকা অন্তৰঙ্গ বন্ধু "কৃপাবৰ বৰ বৰুৱাৰ" নাইটোৰোকা "বৰপেটমৈ" হাত মোহাৰিবলৈ সাহ কৰিছিল। সেই কথাত বেজ-বৰুৱা আৰু কৃপাবৰে হ'-হকৈ হাঁহিছিলহে, চকুপকাই ধৰা নাছিল। বেজবৰুৱায়ো তেওঁৰ "কুকিত" ফুলতোলা "বাপুক" নিজে অধিকাৰ কৰা সাহিত্যসভাৰ পুৰোহিতৰ আসনখন "বাপুক" দি থৈ গ'ল। সেই আসনত বহি "বাপুৱেও" বনফুল কেই পাহিকেই নন্দনৰ পাৰিজাত কৰি চেনেহী ভাষাজননীক অৰ্পণ কৰিছিল, "ওমৰতীৰ্থৰ"

জলেৰেই মাতৃভাষাৰ চৰণত তৰ্পণ দিছিল। মণিৰাম পিয়লী, বেজবৰুৱা দুৰবাৰ সম্বন্ধই আজি অমৰলোকৰ অমৰত্ব লাভ কৰিলে।

লিখকে এইজন স্বভাৱ কবিক সৰুৰে পৰা জানো। তেওঁৰ অন্তৰৰ অনুভূতিৰ সংশ্ৰৱত কাব্যৰসো ৰসাল হৈ পৰিছিল বুলিব পাৰি। তেওঁৰ আগত যদি কোনোৱে এটা হত্যাকাণ্ডৰ ভয়াবহ দৃশ্যৰ বৰ্ণনা কৰে, নেদেখাকৈয়ে তেওঁক তেজমূৰে ধৰিছিল। "আৰু নকৰা, আৰু নকৰা মোৰ মূৰ ঘূৰাইছে" বুলি দেও পাৰিছিল। মোৰ ৰাজদুৱা জীৱনত ঈৰ্ষাপৰায়ণ দুই চাৰিজনে মোৰ কটু সমালোচনা কৰিলে, তেওঁ বেজাৰত সেই কথা মোক কওঁতে তেওঁৰ চকুপানী ওলোৱা দেখা গৈছিল। তেওঁ সদায় বিচাৰিছিল শান্তিৰ পৰিৱেশ; কাব্য সুলভ আলাপ আলোচনা, মৰম পোৱা, মৰম বিলোৱা; থকামেলা, খোৱা লোৱাত কোনো বিলাসিতা নাছিল। কিন্তু নিয়ম মানি চলিছিল। তাৰ ব্যতিক্ৰম হলে বৰ দুখ পাইছিল। তেনেজন শিশুৰ মুখ আৰু হাঁহিলৈ ফুৰালোকে শেষ অৱস্থাত যিদৰে কাঠৰ মূঢ়াহৈ পৰিল, সেই দৃশ্য দেখি বৰ দুখ পাইছিলো। জড়-ভৰত অৱস্থাত, যেতিয়া তেওঁৰ পৰিয়ালৰ সকলোটিয়ে তেওঁৰ আলপৈচান ধৰাটোৱেই তেওঁলোকৰ "গুৰুসেৱা" হৈ পৰিছিল—আমি মাজে সময়ে দেখা কৰিবলৈ যাওঁতে তেওঁক মাত্ৰ ছবিত চিত্ৰিতৰদৰে একেথৰে বহি থকা দেখো, তেতিয়া তেওঁৰ পূৰ্ব্বৰ চকুৰেমুখেহাঁহিথকা সকলোৰে চিত্ত আকৰ্ষণ কৰা চেহেৰালৈ মনত পৰি মৰ্ম্মান্তিক বেজাৰ পাওঁ। তেওঁ আমাৰ মাত শুনিলেই মুখৰ ভাতৰ গৰাহ এৰিও তৎক্ষণাৎ হাঁহিমুখে আগত ওলোৱাজনে, সেই অৱস্থাত পৰিয়ালৰ একোজনে চিঞৰি চিঞৰি কলেও ধৰিব নোৱাৰা হ'ল, সেই দৃশ্য মনত পৰিলে আজিও মৰ্ম্মাহত হৈ পৰো।

তেওঁৰ ৰোগশয্যা আমাৰ পক্ষে শ্মশান হৈ পৰিল। শেহত চেতনা হেৰুৱাই পৰিথকা কেইদিন কিযে হিয়া ভগা বস্তুহৈ পৰিছিল, সেই অৱস্থাত তেওঁক দেখা সকলেও বৰ্ণাব নোৱাৰিব। এই খিনিতে



আমি নিজে মৰ্ম্মান্তিক বেজাৰ পাইছিলো। শ্ৰীমান বসন্তই আমালৈ লিখিছিল, অন্তিম শয্যাত তেওঁ আমাক প্ৰায়ে বিচাৰিছিল। আমি নিজে টান নৰীয়াৰ পৰা উঠি ববকৈ ফুৰাচকা কৰা নাছিলো। যি হওক শ্ৰীমান প্ৰেমকলৈ আমি নিজে আকৌ বৰবাৰী আস্পাতাললৈ check up কৰিবলৈ যাওঁতে অৰ্থাৎ আস্পাতালত আকৌ কিছুদিন থাকি বেমাৰৰ পৰা উঠি আকৌ পাছচিকিৎসা কৰাবলৈ যাওঁতে, তেওঁক শেষ দেখা পাবলৈ সোমাও। শুনিবলৈ পালো অলপ জ্ঞান পালেই, আমাক বিচাৰে। আমি দেখিয়েই বুকু-ফাটি যোৱা বেজাৰ পালো। শেষ অৱস্থা বুজিলো কলধিপ কলধিপ কৰি আছে। পুৱা ৮ মান বজাত এই দৃশ্য দেখো। বৰবাৰী আস্পাতাল পায়েই একে সময়তে তেওঁৰ আৰু স্বনামধন্য সূৰ্য্যকুমাৰ ভূঞাদেৱৰ মৃত্যু সংবাদ পাওঁ। পাছত জানিব পাৰিলো, আমি তেওঁক চাই অহাৰ অলপ পাছতেই শেষ নিঃশ্বাস পেলালে। পাছত পৰিয়ালৰ সকলোজনে কবলৈ ধৰে যে তেওঁৰ আত্মাই আমাক দেখা পাবলৈকে মাত্ৰ ৰৈ আছিল। এইটো ভাবাত্মক কথা হলেও ৰহস্যজনক বুলি ধৰিব পাৰি। এইখিনিতে আমাৰ জ্ঞাত আৰু দুই চাৰি ঘটনাৰ কথা কব খোজো। আমাৰ পিতামহীৰ আসন্নমৃত্যু। শেহত কেৱল "বোপা আহিলনে" বুলি একো একোবাৰ সংজ্ঞা পাই সোধে। "বোপা" হৈছে আমাৰ পিতৃ-দেৱতা। তেওঁ সেই সময়ত নগাৱঁত আছিল। ৰেল-জাহাজৰ কোনো ব্যৱস্থা নাছিল। গতিকে আহোতে কেবাদিনো লাগিছিল। আমাৰ পিতৃদেৱতা সন্ধ্যা ৮ মান বজাত পাইছেহি। পায়েই তেওঁৰ মাতৃদেৱীক চিঞৰি মাত দিছে। আমাৰ "আইদেউতায়ো" বোপানে বুলি আকৌ তন্দ্ৰাভাৱত পৰিল। ব্ৰাহ্মমুহূৰ্ত্ততে তেওঁ শেষ নিশ্বাস পেলায়। সেইদৰে আমাৰ বিধৱা পেহী এগৰাকী প্ৰায় ৭৫ বছৰ বয়সত কথাই কথাই ভ্ৰম কোৱা হ'ল। আমাৰ উৎপাতৰ বস্তু হ'ল। আমি নিৰ্ম্মমভাৱে নহয়, ধেমালিতে বুঢ়ীক কওঁ "তুমি মৰি যোৱাই ভাল"! এই কথা শাওন মাহ সোমাওতেই এদিন কৈছিলো।

বুঢ়ীয়ে বিশ্বাসেৰে কয় "তঁহত কুকুৰৰ কথাতেই মই মোৰ জন্মমাহত মৰিমনে ?" কিন্তু, সেই জন্মমাহৰ মাজভাগতে হঠাৎ মূৰ-ঘূৰাই যি পৰিল আৰু চেতনা নাহিল। ডাক্তৰেও ছয়-সাতদিনতকৈ আৰু বেছিদিন নাথাকে বুলি কলে। কিন্তু বুঢ়ীয়ে ভাদমাহ সোমোৱাৰ লগে লগেহে গল। স্বৰ্গীয় বংশীধৰ বৰুৱা ডাঙৰীয়াই কলে বুঢ়ীৰ আত্মাই সেই কল্পনা ৰক্ষা কৰিলে। আজি অলপ দিনৰ কথা। যোৰহাটত স্বাধীনতা সংগ্ৰামৰ বাঘিনী অন্নদা দেবী শয্যাগত শেষ অৱস্থাত। আমি সেই কথাৰ গম নেপাওঁ। তেওঁ আমাক চাবৰ বৰ ইচ্ছা কৰিছিল। নাতিনীয়েক এজনে চিঠি এখন লেখি থৈ গ'ল "আইতাৰ বৰ টান, নেবাঁচিব। আপোনাক কাইলৈ পুৱাতে লৈ যাম"। চিঠিখন পায়েই আমাৰ মনত খুতুৱালে যদি তেওঁ কাইলৈকে নেথাকে ? সেই আশঙ্কা মনলৈ অহাত, আমি এখন সভাৰ পৰা বাহিৰে বাহিৰে সন্ধ্যাৰ আগতে গলো। তেখেতে বিচনাত তেতিয়া অলপ উঠিয়েই বহিল। স্বাধীনতা আন্দোলনৰ স্মৃতিসূচক কথাকেহে পাতিলে। কলে "ফুকন ডাঙৰীয়া! সকলো গ'ল, আপুনি মাথোন আছে। মই নেবাচো, এতিয়া মৰাৰ আগতে আপোনাক দেখি শান্তি পাইছো।" পিছদিনা পুৱাতে খবৰ পাওঁ, তেখেত ব্ৰাহ্মমূহূৰ্ত্ততে বৈকুণ্ঠ প্ৰয়াণ কৰিলে। মোৰ মনত খুতুৱনিৰ মাজত হয়তো এই সম্বাদ অতৰ্কিতে সোমাই আছিল। আমাৰ জীৱনত এইদৰে স্বপ্নৰ অগোচৰ বাতৰিও দিঠক হোৱা দেখি, আমি ৰহস্যবাদৰ একনিষ্ঠ বিশ্বাসী। বিজ্ঞান দৰ্শনেও ঢুকি নোপোৱা, এক ৰহস্য লোকৰ ৰহস্যৰ সন্ধানতে প্ৰাণীজগতৰ শেষ অনিৰ্ব্বচনীয় আনন্দ এয়ে সৃষ্টিৰ মূলীভূত কাৰণ। এয়ে জীৱনৰ আধাৰ ব্ৰহ্মজ্ঞান এয়ে আমাৰ নিশ্বাসৰ লগৰ "মহাবস্তু"। ছুৰবাদেৱৰ "স্মৃতিগ্ৰন্থলৈ" বুলি লিখিবলৈ আগবাঢ়োতে মানুহৰ দেহাশ্ৰিত আত্মাই জন্মান্তৰলৈ এৰি থৈ যাবৰ সময়ত ৰবীন্দ্ৰনাথৰ ভাষাত; শিশুৱে গম ধৰিব নোৱাৰা, "স্তনহতে স্তনান্তৰে যাওয়া" অৱস্থাত যুক্তিয়ে ঢুকি নেপোৱা



যে একোটা ঘটনা অনুভূতিৰ বিষয় হৈ পৰে, সেইকথা অলপ বহলাই কোৱাত স্থানান্তৰ হব পাৰে, কিন্তু অবান্তৰ নহয় বুলি কব খোজো।

"স্মৃতিগ্ৰন্থ" প্ৰকাশক সকলে দেহাশ্ৰিত যতীন্দ্ৰ নাথক নেপাই, তেওঁৰ কাৰ্য্যকলাপ, তেওঁক দেশে কিদৰে উপলব্ধি কৰিছিল ইত্যাদি বিষয় স্মৃতিপথলৈ আনিবৰ যি প্ৰচেষ্টা কৰিছে, সি অতি শোভনীয় হৈছে। এতিয়া তেওঁৰ পদানুসৰণ কৰি, আত্মচেতনা পাই, তেওঁৰ অমায়িক স্বভাৱ, মধুৰ ভাষা, সাহিত্যৰ সাধনা, ভাব আৰু ভাষাৰ অপূৰ্ব্ব মিলনত জন্মহোৱা তেওঁৰ কাব্য প্ৰতিভাৰ উত্তৰাধিকাৰ হবলৈ চেষ্টা কৰে যেন আৰু এই চেষ্টা ফলৱতী হৈ উঠক ইয়াকে কামনা কৰি এই "স্মৃতিগ্ৰন্থ"ত প্ৰৱন্ধাকাৰে আমিও এই স্মৃতিতৰ্পণ যাঁচিলো।

# কৰি দুৱৰাৰ লগত

## স্বৰ্গীয় নকুল চন্দ্ৰ ভুঞা

যতীন্দ্ৰনাথ দুৱৰা, বিখ্যাত দুৱৰাকাকতিৰ বংশৰ শিৱসাগৰৰ শ্যামসুন্দৰ দুৱৰাৰ চতুৰ্থ পুত্ৰ। তেখেতসকলৰ ঘৰ, শিৱসাগৰৰ (ৰংপুৰ) নগৰৰ বশিষ্ঠ গঙ্গা দিখৌ নৈৰ উত্তৰ পাৰত। এই খন ঘৰতেই যতীন্দ্ৰ দুৱৰাৰ জন্ম। দিখৌ নৈৰ পানী আৰু বালিত সাঁতুৰি নাদুৰি, ল'ৰি-ঢাপৰি সৰুৰে পৰা চেঙেলীয়া ডেকা হৈ, গুৱাহাটী আৰু কলিকতাৰ কলেজলৈও গৈছিল।

যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম দিখৌ নৈৰ পাৰত, ১৮৯২ চনত। দিখৌ নৈৰ পাৰতে জন্মহোৱা বাৰীখনতেই, অতি চেনেহৰ ভতিজাকহঁতৰ আদৰৰ কোলাতেই ১৯৬৪ চনৰ জুলাইৰ ৫ তাৰিখে পুৱা নৰলীলা সম্বৰণ কৰে। দুৱৰা চিৰকুমাৰ আছিল।

১৯৫৫ চনত গুৱাহাটীৰ অধিৱেশনত "অসম সাহিত্য সভাই" দুৱৰাক সৰ্ব্বশ্ৰেষ্ঠ সন্মান দি, সভাপতিৰ আসনত বহুৱাইছিল। "বনফুল" কবিতা পুথিখনৰ ভাৱৰ সৌন্দৰ্য্যত মুগ্ধ হৈ দিল্লীৰ ভাৰতীয় "একাডেমীয়ে" দুৱৰাক এটি মূল্যবান পুৰস্কাৰ (৫০০০ টকা) দি সন্মান কৰিছিল।

যতীন্দ্ৰ "য" আৰু দুৱৰাৰ "দু", এই আখৰ দুটা গোটাই "যদু" কৰি, চন্দ্ৰকুমাৰ আগৰৱালাদেৱে, যতীন্দ্ৰ দুৱৰাক 'যদু" নাম দিছিল। তেখেতৰ প্ৰায়বিলাক কবিতাৰ তলত তেখেতে "যদু" বুলিহে লিখিছিল। ইয়াৰ পৰা বুজিব পাৰি, দুৱৰাই আগৰৱালা ডাঙৰীয়াই দিয়া "যদু" নামটোত গৌৰৱ অনুভৱ কৰিছিল।

১৯০৩-৪ চনৰ কথা। তেতিয়া দুৱৰাৰ ঘৰৰ বাৰীৰ সীমাতে,



দেউতাই অস্থায়ী ঘৰ এখন কৰি আছিলগৈ। তেতিয়া মোৰ বয়স সাত বছৰ মান হ'ব। মোক তেতিয়া দুখীয়া স্কুলত পঢ়িবলৈ দিছিল। তেতিয়াৰ ভালেমান কথা এতিয়াও মনলৈ আহে। দুৱৰা তেতিয়া হাইস্কুলৰ ছাত্ৰ। কোন শ্ৰেণীৰ ছাত্ৰ নেজানিছিলোঁ। দুৱৰা যে পঢ়াত চোকা আছিল সেইটো সকলোৰে মুখত শুনিছিলোঁ। দুৱৰাৰ চেহেৰা মৰম লগাকৈ ধুনীয়া আছিল। নগৰৰ আপোনপৰ সকলোৱেই দুৱৰাক "বাপু" বুলি মাতিছিল। সেয়েই পাছলৈ ভতিজাকহঁতৰ মুখত "বাপুদা" বা "বাপুতা" হ'লগৈ।

দুৱৰাক মই মাতিছিলোঁ "ককাইদেৱ" বুলি। (দুৱৰা এটা সমন্ধত মোৰ "ককাইদেৱ" আৰু এটা সমন্ধত "মোমাইদেৱ")। তেখেতে মোক "তই" বুলিছিল। তেখেতৰ এই "তই" শব্দটোত বহুত চেনেহ আৰু মৰম অনুভৱ কৰিছিলোঁ।

ইয়াৰ পাছত দেউতা শিৱসাগৰৰ পৰা যোৰহাটলৈ আহিছিল। দুৱৰাক আৰু সেইদৰে লগ পোৱা নাছিলোঁ। ইয়াৰ পাছত মাহেকীয়া আলোচনীত দুৱৰাৰ কৱিতাহে পঢ়িছিলোঁ। ১৯১৯-১৯২০ চনৰ পৰা মই ডিব্ৰু-সদিয়া ৰেলৱেৰ ইঞ্জিনিয়াৰিং ডিপাৰ্টমেণ্টৰ প্ৰথম চাকৰিত। এইটো চাকৰিত মই মাহেকত পোন্ধৰ দিন ৰিহাবাৰী অফিচত, আৰু বাকী পোন্ধৰ দিন মাৰ্ঘেৰিটাৰ অফিচত কাম কৰিব লাগিছিল।

শ্ৰদ্ধেয় শ্ৰীযুক্ত নীলমণি ফুকন ডাঙৰীয়াই জৰ্জ্জ স্কুলত কাম কৰিবলৈ যতীন্দ্ৰ দুৱৰাক কলিকতাৰ পৰাই ডিব্ৰুগড়লৈ লৈ আহিছিল। স্কুলৰ কম্পাউণ্ডতে, ঘৰ এটা সাজি দুৱৰাক থাকিবলৈ দিছিল। আমাৰ অফিচৰ পৰা দুৱৰা থকা ঘৰটোলৈ প্ৰায় দেৰ্ ফাৰ্লং মান দূৰত, সদায় দুপৰীয়া এক বজাত অফিচৰ পৰা দুৱৰাৰ ঘৰত চাহ খাবলৈ যাওঁ। অলপ পাছতে দুৱৰাও "টিফিনৰ" ঘণ্টাত চাহ খাবলৈ আহে। তেতিয়া "বাঁহী" খন চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াৰ অসমীয়া প্ৰেছত ছপা হৈছিল। বেজবৰুৱা ডাঙৰীয়াই প্ৰবন্ধবিলাক চাই, কলিকতা সম্বলপুৰৰ পৰা দুৱৰালৈ পঠাইছিল। দুৱৰাই ঠিক-ঠাক কৰি,

ছপাখনালৈ দিছিল। আৰ্হি-কাকত আদি চোৱা দুই এটা কাম দুৰ্‌বাই মোৰ হতুৱাই কৰাইছিল। তেতিয়া দেখিছিলোঁ ডিব্ৰুগড়ৰ বয়সীয়াৰ পৰা ল'ৰা-ছোৱালীলৈকে সকলোৱেই দুৰ্‌বাৰ ঘৰলৈ আহিছিল। দুৰ্‌বা যেন সকলোৰেই আদৰৰ আৰু চেনেহৰ মানুহ আছিল। দুৰ্‌বাৰ ব্যৱহাৰ সকলোলৈকে সমান আছিল। দুৰ্‌বাৰ সতে কামত, দুৰ্‌বাৰ সম্ভাষণত সকলোৱেই সমান আছিল। সকলোকে তেখেতৰ আত্মীয় স্নেহ-শ্ৰদ্ধা দিয়া চকুত পৰিছিল। সকলোৱেই যেন দুৰ্‌বাৰ অতি আপোন আছিল। কোমল অন্তৰৰ উম যেন সকলোৱেই অনুভৱ কৰি দুৰ্‌বাক অতি আপোন বুলিও আদৰি লৈছিল। সকলোকে আকৰ্ষণ কৰিব পৰা দুৰ্‌বাৰ ধুনীয়া মুখৰ চেহেৰা, মৰমীয়াল কথা, চেনেহী আহ্বান, সুন্দৰ হাঁহিৰ উজ্জ্বল চকু দুটিয়েই সকলোকে মুহিব পাৰিছিল। অৱশ্যে, ১৯৩৩ চনৰ মটৰ দুৰ্ঘটনাৰ পাছত, দুৰ্‌বাৰ সেই ধুনীয়া মুখখন কিছু সলনি হ'ল কিন্তু, বাকী সৌন্দৰ্য্যখিনি মৃত্যুলৈকে প্ৰায় একেদৰেই আছিল। মৃত্যুৰ কেইবছৰ মানৰ আগৰে পৰা কথাবোৰ তেখেতে একেবাৰেই পাহৰিছিল। ১৯৩৩ চনৰ মটৰ দুৰ্ঘটনাত মুখ আৰু মূৰত সাংঘাতিক ভাৱে জখম হোৱাৰ ফলতেই আৰু বয়স আগ বঢ়াৰ লগে লগে, মগজ দুৰ্ব্বল হোৱাবাবেই কথাবোৰ পাহৰিবলৈ ধৰিলে।

কিছুদিন জৰ্জ্জস্কুলত কাম কৰাৰ পাছত দুৰ্‌বা আকৌ কলিকতালৈ ঘূৰি গ'ল। ময়ো ১৯২৩ চনত, ডিব্ৰুগড়ৰ পৰা তেজপুৰলৈ গ'লোঁ। তাৰ পাছত বহুত দিনলৈকে দুৰ্‌বাৰ লগত আৰু দেখা-দেখি নাই।

আজি কেইবছৰ মানৰ আগতে, ডিব্ৰুগড়ত কানৈ কলেজ স্থাপিত হ'লত কানৈ কলেজৰ কৰ্ত্তৃপক্ষই দুৰ্‌বাক কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত কৰিলে। এই কলেজত থাকোঁতেই ডিব্ৰুগড়লৈ যাওঁতে তেখেতক কেইবা বাৰো লগ পাইছিলোঁ। তাহানিৰ মৰম-চেনেহ তেখেতৰ পৰা একেদৰেই পাইছিলোঁ। তেখেতৰ লগত মই কাহানিও অসমীয়া সাহিত্যিকৰ দৰে কথা পতা নাছিলোঁ। তেখেতে কথা কয়, নতুন কৱিতা পঢ়ি শুনায়, মই শুনোঁ। কথা প্ৰসঙ্গত মোক



এবাৰ কৈছিল, "তোৰ 'বহাগী'খনে তোক সাহিত্যিক কৰি জীয়াই ৰাখিব।"

কামৰ পৰা অৱসৰ লৈ যোৰহাটত অকৰ্ম্মা হৈ বহি থাকোঁতে, দুৰ্‌বাৰ কৱিতা কিতাপ পঢ়োঁতে দুৰ্‌বাৰ "ওমৰতীৰ্থ" খন ঘূৰাই ঘূৰাই পঢ়িছিলোঁ। দুৰ্‌বাৰ অন্তৰখন বুজিবলৈ যত্ন কৰোতে, তেখেতৰ "নিবেদন" খনত পঢ়িছিলোঁ'।

"—এই বিশ্বজনীন সুৰ যাৰ প্ৰাণত বাজে সেয়ে কৱি। কৱিক মানুহে ভাল পায়, আপোন বুলি ভাৱে, কাৰণ কৱিয়ে মানুহৰ প্ৰাণৰ কথা কয়, হৃদয়ৰ গভীৰতম স্থানৰ বাতৰি মানুহক দিয়ে। কৱি মানৱজাতিৰ সম্পত্তি আৰু গৌৰৱ।".

। "অনন্ত প্ৰয়াসী মানৱ-আত্মাৰ চিৰন্তন প্ৰশ্ন "ক'ৰ পৰা আহিছোঁ, ক'লৈ যাম?" ওমৰৰ ভিতৰেদি পূৰ্ণৰূপে প্ৰকাশ হৈছে।"

"ক'ৰ পৰা আহিছোঁ, ক'লৈ যাম? এই দুটি প্ৰশ্নৰ সমাধানৰ চেষ্টাই সকলো ধৰ্ম্মৰ, সকলো দৰ্শনৰ মূল। ঈশ্বৰ, জগৎ-সৃষ্টি সকলো প্ৰশ্নৰ উদয় হয় ইয়াৰ পৰাই।"

সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে, ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণস্পৰ্শী তীব্ৰ কৰুণ সুৰ। সেই সুৰ শুনি মানুহ চমকি ৰয়, ভাৱে যেন ক'ৰবাত শুনিছে আৰু বাহিৰৰ জঞ্জাল নিস্তব্ধ হ'লেই নিজৰ প্ৰাণতে এই সুৰ বাজি উঠা শুনে। এয়ে ওমৰৰ বিশ্বজনীন ভাৱ।"

দুৰ্‌বাই ওপৰৰ কথাখিনি লিখিছিল বিশ্ব-কৱি ওমৰৰ উদ্দেশ্যে। কিন্তু, দুৰ্‌বাৰ কৱিতাবিলাক পঢ়িলে আৰু আৰু ভাৱিলে, দুৰ্‌বাকো তেনে এজন কৱি, যি জনে যেন মানৱ-জাতিৰ প্ৰাণত বিশ্ব-কৱিতাৰ ঝঙ্কাৰ দিবলৈ চেষ্টা কৰিছিল, এনে অনুভৱ হয়।

"এনেকৈয়ে চাইছিলো "ৰংপুৰৰ" হাবি বন নিজকে পাহৰি হওঁ
উলাহতে নিমগন।"

"হৃদয় মুকলি হ'ব পৱিত্ৰ কিৰণ পৰি
উঠিছে প্ৰেমৰ গান সৰগ মৰত জুৰি।"

●

"সকলো প্ৰাণীৰ তুমি প্ৰাণৰ পুতলা
তোমাতেই সাৰ্থক জীৱন
মৃত্যু কিনো? ইও এক তোমাৰ করুণা
আত্মাৰ প্ৰকৃত মিলন"

●

জগতক ভাল পাওঁ জগততে ফুৰোঁ
সকলোটি মোৰ প্ৰিয়জন।"

●

"দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোঁতে যদি নিয়ে মোক বহুদূৰলৈ,
ভয় নাই নাৱৰীয়া বহি কাষতেই
নাও খনি নিব মোৰ নিজ দেশলই।"

●

"ভালপাওঁ জগতৰ সুখ দুখ ৰাশি
ভাল পাওঁ মানৱ জীৱন,
ভালপাওঁ অসীমৰ দূৰৰ আভাস,
ভালপাওঁ সুখৰ সপোন।"

●

"গানে গানে ছন্দে ছন্দে যিদিনা সুৰত বাজি
কৰি ল'ম তোমাক আপোন,
প্ৰতি অণু পৰমাণু মিলিব তোমাৰ স'তে
জীৱনত ফলিব সপোন।"

দুৰৱাৰ সকলো কৱিতাতে এটা বিশেষ সুৰ নৈৰ তলেদি বৈ যোৱা



সোঁতৰ দৰে বৈ থকা অনুভৱ কৰিব পাৰি। দুৰৱা এজন কৱি; কবিয়েই নহয়, তেওঁ যেন নিজেই এটা প্ৰকৃত কৱিতা। এই বাবেই "মিলনৰ সুৰ" পুথিখনিৰ ভূমিকাত, অধ্যক্ষ, পণ্ডিত শ্ৰীযোগীৰাজ বসু দেৱে লিখিছিল,—"তেখেত অসীম সসীমৰ মিলনৰ পূজাত ৰহিছে, মই সেই পূজাৰ ঘণ্টা-বাদক মাত্ৰ।"

"মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কঁপিলে সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ।"

১৯৫৮ চনত, কৱি দুৰৱা আমাৰ যোৰহাটৰ ঘৰত আলহী হৈ এসপ্তাহ আছিলহি। তেখেতৰ বয়স হৈছিল, মনটো কিন্তু কৱি-সুলভ অমায়িক বালকৰ দৰে। তেখেতৰ প্ৰাণখোলা হাঁহি আৰু মৰমীয়াল মাতে আমাক সেই কেইদিন মুগ্ধ কৰি ৰাখিছিল। সেইকেইদিন কত কথা, দেশৰ, নিজৰ সাহিত্যৰ আৰু কৱিতাৰ।

নিজৰ কথা কওঁতে কলিকতাৰ মটৰ দুৰ্ঘটনাৰ কথা এইদৰে কৈছিল :—

১৯৩৩ চনৰ সেইদিনা, ট্ৰামৰ পৰা নামোঁতেই এখন দ্ৰুতবেগে অহা মটৰে তেখেতক খুন্দিয়াই মুখ আৰু মূৰ ভীষণ ৰূপে জখম কৰিলে। হস্পিতালত কেইবামাহো থাকি ভাল হৈ অহাৰ পাছত শুনিবলৈ পালোঁ, মটৰৰ মালিকজনে তেওঁক সেই অজ্ঞান অৱস্থাত "জেনেৰাল হস্পিতালত" থ'লেগৈ। কলিকতাত থকা সকলো অসমীয়াই তেওঁক চাবলৈ গ'ল। আৰু তেওঁৰ অতি সশ্ৰদ্ধ কলিকতাৰ বিশ্ববিদ্যালয়ৰ "ভাইচ চেঞ্চেলাৰ" ডঃ আৰ্কহাৰ্ট চাহাবে দুৰ্ঘটনাৰ খবৰটো পায়ে ততালিকে হস্পিটেললৈ গৈ, দুৰৱাক যেনেতেনে ভাল কৰিবলৈ ডাক্তৰসকলক অহোপুৰুষাৰ্থ কৰি ভগা মুখ, ভগা মূৰ জোৰা লগাই তেওঁক নতুন জীৱন দান কৰিলে। পাছত তেওঁ সজ্ঞান হ'লত,

"নাৰ্ছ্ৰ" মুখত শুনিবলৈ পালোঁ, তেখেতৰ অজ্ঞান অৱস্থাত, ডঃ আৰ্কহাৰ্ট চাহাবে সদায় গধূলি তেখেতৰ বিচনাৰ ওচৰত আঁঠু লৈ, তেখেতৰ আৰোগ্যৰ বাবে পৰমেশ্বৰক প্ৰাৰ্থনা কৰিছিল।

ভাল হৈ, আৰ্কহাৰ্ট চাহাবক যেতিয়া ক'লে,…"তেখেতৰ প্ৰাৰ্থনাতে পুনৰ জীৱন পালোঁ" তেতিয়া ডঃ আৰ্কহাৰ্ট চাহাবে উত্তৰ দিছিল,—"মই, একো নহওঁ, পৰমেশ্বৰে তোমাক কৃপা কৰিলে।"

কথাখিনি কৈ, জুবৰাই তেতিয়া কৈছিল,—"পৰমেশ্বৰক একান্তমনে চিন্তিব পাৰিলে, পৰমেশ্বৰে মানুহক কৰুণা কৰে।"

কিন্তু, সেই ঘটনাৰ পৰা তেখেতৰ বুকুত এনে এটা ভয় সোমাল যে, আলিয়েদি মটৰ অহা দেখিলে, আলিৰ পৰা একেবাৰে দাঁতিলৈ নামি গৈছিল আৰু সদায় কেনিবা যাবলৈ হ'লে, লগত এজন মানুহ বা ল'ৰা লৈছিল।

এদিন কথা প্ৰসঙ্গত "সুফীবাদৰ" কথা কৈছিল, তেতিয়াও "মিলন সুৰ" কবিতা পুথিখন ছপা হৈ ওলোৱা নাছিল। "মিলনৰ সুৰ" কবিতাটি "সুফীবাদ"ৰ সুৰত লিখা। তেখেতে, স্বৰ্গীয় তৰুণৰাম ফুকনৰ তেখেতলৈ থকা মৰম, চেনেহৰ কথা কৈছিল আৰু কৈছিল কেনেকৈ ফুকনৰ চিঠি লৈ অধ্যাপক খোদা বক্সৰ কাষলৈ গৈছিল। জুবৰাই "মিলন সুৰ"ৰ পুথিখনত "মোৰ ক'বলগীয়া দুআষাৰমান" আগ কথাত এই কাহিনীটোৰ এটা আভাস দিছে।

"চুফীবাদৰ" কথা কওঁতেই, তেখেতে নিজৰ ৰচনাৰ এই কবিতা ফাকি গাই শুনাইছিল ঃ—

"ক'লে কাণে কাণে এন্ধাৰ বাটত
আছিলো তোমাৰ কাষত ৰই,
পাছে পাছে মই ফুৰিছোঁ সদায়
কায়াৰ লগতে ছাঁয়াটি হই।



ভুলতেই তুমি উভতি নেচালা
মিছাতে দূৰলৈ মেলিলা হাত,
মোক আঁতৰাই নিজৰ দোষতে
নিজৰ শৰীৰ কৰিলা পাত।"

"সুফীবাদ" আৰু হিন্দুৰ দৰ্শন শাস্ত্ৰৰ চমু আভাস দি কৈছিল——"আমি হে নুবুজো, পৰমেশ্বৰ সদায় আমাৰ লগতে থাকে।" ঘোষাৰ "প্ৰাণ প্ৰিয়তম, পৰম সুহৃদ"—এই বাণীটি জুবৰাই যেন তেওঁৰ হৃদয়ত অতি সুন্দৰকৈ অনুভৱ কৰিছিল।

সেই কেইদিন জুবৰাই ঘৰখনৰ সকলোৰে লগত, ৰঙ-ধেমালিৰে ঘৰখন আনন্দময় কৰি ৰাখিছিল।

চকুত পৰিছিল, কোৱা কথাবোৰ পাহৰি আকৌ ন-কৈ কৈছিল, কিজানি সেই কথা কোৱা হোৱাই নাছিল। জুবৰাৰ এনে পাহৰণি সকলোৰে চকুত পৰিছিল।

তেতিয়াও, ততালিকে মুখে মুখে কবিতা ৰচিব পাৰিছিল। আমাৰ ল'ৰা এটিক "আপোন সুৰ" পুথিখন উপহাৰ দিওঁতে, ততালিকে লিখি দিলে ;—

"মৰমৰ শ্ৰীমান মাধৱলৈ—"

পূৰ্ণিমাৰ ৰূপহী জোনায়ে
ধৰণীত সুষমা ঢালক,
জীৱনৰ তোমাৰ পথত
সৰগৰ আশীষ নামক।"

কাহানিও শুনা নাছিলোঁ, জুবৰাই কাৰোবাক অবিশ্বাস কৰিছিল বুলি। জুবৰাই সকলোকে স্নেহ আৰু শ্ৰদ্ধা কৰিছিল। কলিকতাত থাকোতে তেখেতৰ "সাধন" নামৰ বঙালী ল'ৰা এটি লগুৱা কৰি লৈছিল। তাক ইমান মৰম আৰু বিশ্বাস কৰিছিল যে সাধনে জুবৰাক নিজৰ পিতৃৰ দৰেই ভাবি লৈছিল।

ডুৰবাই কি খাবলৈ ভাল পায়, কলেজ মিটিং সকাম আদিলৈ যাওঁতে কি কাপোৰ পিন্ধিবলৈ বিচাৰে, ইত্যাদি ডুৰবাৰ মনৰ কথা ধৰি সাধনে তেখেতৰ আলপৈচান ধৰিছিল। আনকি, অসুখত সাধনে ডুৰবাৰ গু-মুত পৰ্য্যন্ত ধুই দিছিল। ডুৰবাইও সাধনক নিজৰ সন্তানৰ দৰে বিশ্বাস কৰি তেখেতৰ টকা-পইচা সকলো তাক খৰচ কৰিবলৈ দিছিল। সাধন ডিব্ৰুগড়লৈকে তেখেতৰ লগত আহিছিল। টকা-পইচা দিও সাধনক কলিকতালৈ বিয়া কৰিবলৈ পঠাইছিল। সাধনৰ ঘৈণীয়েকক লগতে আনি ডিব্ৰুগড়ত ডুৰবাৰ আলপৈচান ধৰি আছিলহি। ১৯৬০ চনৰ ভাষা-আন্দোলনত ঘৈণীয়েকৰ বৰ ভয় হোৱাত সাধনহঁত কলিকতালৈ যায়গৈ। পাছত, এবাৰ সাধনে আহি, ডুৰবাৰ পৰা অলপ পইচা নি কলিকতাত বহিলগৈ।

কানৈ কলেজৰ পৰা অৱসৰ লোৱাত, ডুৰবাৰ ভতিজাকহঁতে শিৱসাগৰৰ ঘৰলৈ লৈ গৈছিল। মৃত্যুৰ তিনি চাৰি বছৰ আগৰে পৰা প্ৰায়ে মাজে মাজে ডুৰবাৰ অসুখ হ'বলৈ ধৰিলে। লগে লগে তেখেতৰ পাহৰণিটো বেছি হ'বলৈ ধৰিলে। প্ৰথমতে মানুহ গ'লে ডুৰবাই "কোন?" বুলি সোধে। চিনাকি দিলে ভালকৈ চিনি পাই, তেতিয়াহে সকলো কথা পাতিছিল। পাছলৈ অৱশ্বে ঘনে ঘনে পাহৰা হৈছিল। আমি (মই আৰু মোৰ পৰিবাৰ) প্ৰায়েই শিৱসাগৰৰ ডুৰবাৰ খবৰ লবলৈ গৈ আছিলো।

তেখেতৰ দ্বিতীয় গৰাকী বাইদেৱকক বলিয়াঘাটৰ ৺চন্দ্ৰনাথ কাকতিয়ে বিয়া কৰাইছিল। এই গৰাকী বাইদেৱকৰ ছোৱালী এটি জন্ম হোৱাৰ তিনিমাহৰ পাছতে মৃত্যু হয়। কেঁচুৱা ছোৱালীটিক চাবলৈ যাওঁতে, চেঙেলীয়া ডুৰবাই কেঁচুৱাটিক কোলাত লৈ "কুইন" নাম দিলে। 'কুইন' নামটো, ডুৰবাৰ নিজৰ। আনে ছোৱালীটিক প্ৰখ্যাত নামেৰেহে মাতিছিল। ডুৰবাই কিন্তু সদায় "কুইন" নামেৰে মাতিছিল। আজি এবছৰমানৰ আগলৈকে ডুৰবাই আন মানুহক সতকাই চিনি নেপালেও, এই গৰাকী ভাগিনীয়েক গৈ, ওচৰত থিয়



হ'লেই গাত হাত দিয়েই "কুইন" বুলি মাতিছিল আৰু ততালিকে চিনি পাইছিল। (এই গৰাকী ভাগিনীয়েক লিখকৰ পৰিবাৰ)।

১৯৬৩ চানৰ ৭ এপ্ৰিলৰ দিনা ডুপৰীয়া ভতিজাক শ্ৰীমান বসন্ত লাল ডুৰবাৰ নিমন্ত্ৰণত, আমি (শ্ৰদ্ধেয় শ্ৰীযুত নীলমণি ফুকন, শ্ৰীযুত পদ্মধৰ চলিহাদেৱ আৰু মই) ডুৰবাৰ লগত একেখন মেজতে ভাত খাইছিলোঁ। সেয়েই তেখেতৰ লগত একেলগে আমাৰ শেষ খোৱা।

ইয়াৰ পাছত, ডুৰবাৰ ঘনে ঘনে অসুখ হ'বলৈ ধৰিলে। আমি ডুৰবাৰ মৃত্যুৰ কেইদিনমানৰ আগতে গৈছিলোঁ। সেয়েই আছিল শেষ দেখা ডুৰবাৰ লগত।

ডুৰবা গ'ল, ডুৰবাৰ কৱিতা থাকিল। কৱিতাতেই, ডুৰবা সদায় আমাৰ মাজত চিৰ-জীৱিত হৈ থাকিব।

---

# দুৰ্‌বাৰ কবিতা

**স্বৰ্গীয় ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা**

[ "বনফুলৰ" পাতনি হিচাবে পুথিখনৰ লগতে এই প্ৰবন্ধটি প্ৰকাশিত হৈছিল। তাৰ কিছু অংশ বাদ দি বৰ্ত্তমান এই প্ৰবন্ধটি ইয়াত আকৌ প্ৰকাশ কৰা হ'ল। —সম্পাদক ]

দুৰ্‌বাৰ কবিতা সৰ্ব্বজন সমাদৃত হোৱাৰ সৰ্ব্বপ্ৰধান গুণ তেওঁৰ কবিতাৰ ভাষা। দুৰ্‌বাৰ কবিতাত ভাষাৰ জটিলতা, শব্দৰ দুৰ্ব্বোধ্যতা, অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল, স্বভাৱ-সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ। ইংৰাজ কবি ওৱৰ্ডছৱৰ্থে এনে ভাষাকেই কাব্যৰ উপযুক্ত বাহন বুলি নিৰ্দ্দেশ কৰি লৈছে। কবিৰ কাব্য প্ৰেৰণাও সহজ আৰু স্বতঃপূৰ্ণ। ই অসমীয়াৰ জাতিগত ভাবনাৰ অনুকূল। দুৰ্‌বাৰ কবিতাত পাহৰি যোৱা অসমীয়া বনগীতৰ কথা সুৰ নতুন ৰূপত নবীন ছন্দত ধ্বনিত হৈছে। সেয়ে তেওঁৰ কবিতাক গীতাত্মক 'লিৰিক' কবিতাৰ পৰ্য্যায়লৈ তুলিছে। দুৰ্‌বা এই বিষয়ত আধুনিক অসমীয়া কাব্য বুৰঞ্জীত যুগ প্ৰৱৰ্ত্তক কবি। তেওঁৰ প্ৰতিটি কবিতাতে কাব্যতকৈ কবিৰ পৰিচয় অধিক ভাৱে পৰিস্ফুট; প্ৰতি ফাঁকি কবিতা হৃদয়-বীণৰ ঝঙ্কাৰহে মাথোন। আপোন অন্তৰত সৃষ্টি পাতনিৰ ভঙা-পতা ছবি আঁকি কবি আপোন ভাবতে আপুনি বিভোৰ। আত্মনিমগ্ন কবিয়ে নিজেই গাইছে নিজেই শুনিছে—

"মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ।
গানৰ শেষত
শুনোতা গাওঁতা দুয়ো
একে হৈ পাৰকে নাপাওঁ।" ( মোৰ সৰগ )



দুৰ্‌বা মুখ্যতে প্ৰেমৰ কবি; সৌন্দৰ্য্যৰ উপাসক। তেওঁ 'প্ৰেমৰ সপোন দেখে; প্ৰেমৰ কবিতা লেখে'। দুৰ্‌বা কবিৰ মতে প্ৰেম আৰু সৌন্দৰ্য্য একে পাহি ফুলৰে বিভাজনব্যৰ্থ বৰ্ণ আৰু সৌৰভ। য'তে প্ৰেম ত'তে সৌন্দৰ্য্য। কবিয়ে এই প্ৰেম মানুহৰ অকপট প্ৰেম-প্ৰীতি, স্নেহ-ভালপোৱাৰ মাজত বিচাৰি হাবাথুৰি খাইছে। কিন্তু পৃথিবীত অবিকল প্ৰেম-প্ৰীতি বিৰল। প্ৰেমৰ লগত ব্যথা-বেদনা, বিচ্ছেদ-বিষাদ, লাঞ্ছনা-গঞ্জনা, অৱহেলা-অৱসাদ জড়িত হৈ সপ্তবৰ্ণ ৰঞ্জিত ইন্দ্ৰধনুৰ সৃষ্টি হৈছে ( ইন্দ্ৰধনু )। সেই হেতুকেই দুৰ্‌বাৰ কবিতা নানা ভাব বৈচিত্ৰ্যৰে সমৃদ্ধিশালী। কোনো কবিতাত মিলন আকাঙ্ক্ষাৰ আনন্দ, কোনোটিত প্ৰত্যাখানৰ নিদাৰুণ মৰ্ম্মাঘাত, কোনোটিত ব্যৰ্থজীৱনৰ অকলশৰীয়া অসহায়তা, কোনোটিত অতৃপ্তিৰ দীৰ্ঘশ্বাস, কোনোটিত বিদায়ৰ বেদনা ধ্বনিত হৈছে। সৌন্দৰ্য্য পিয়াসী কবিহৃদয়ে সমাজ-সংসাৰত অকপট প্ৰেম, অনাবিল সৌন্দৰ্য্য বিচাৰি ব্যৰ্থ মনোৰথ হৈ নিখিল বিশ্বৰ বায়ু-পানী-সূৰ্য্যলোক, বিটপ-বিহঙ্গমৰ মাজত সহৃদয়তা স্থাপনৰ কল্পনা কৰিছে। বিশ্বব্যাপিনী সৌন্দৰ্য্যৰ বিচিত্ৰ ৰেখাই ধ্যান তন্ময় কবিৰ চিত্ত নানাভাবে আলোড়িত কৰিছে। পখীৰ সঙ্গীত, মৌমাখিৰ গুঞ্জন, ফুলৰ সুষমা, পুৱাৰ পোহৰ, সন্ধিয়াৰ হেঙুলী ৰহণ, বিজুলীৰ চিকমিক হাঁহি, নিজৰাৰ কুলুকুলু ধ্বনি, জোনৰ পোহৰত তিৰবিৰাই জিলিকা লুইতৰ ৰূপালী চাপৰি, বাৰিষাৰ বগা ডাৱৰৰ শাৰী—সকলোৱেই কবিৰ অন্তৰত এক অতীন্দ্ৰিয় অনুভূতিৰ সৃষ্টি কৰিছে। বিশ্বফুলনিত কবি জাকিমাৰি উৰিফুৰা সৌন্দৰ্য্যসন্ধানী পখিলা। 'পাখীত পোহৰ সানি' পখিলাৰ যেনেকৈ ফুলৰ লগত এক হবৰ অভিলাষ সেইদৰে কবিৰো বিশ্বসৌন্দৰ্য্যৰ লগত একীভূত হবৰ ঐকান্তিক আকুতি—

"কেতিয়ানো সুন্দৰৰ মধুৰ পৰশে
কাষ চাপি লবহি চপাই।"

( এটি উৰি যোৱা হাঁহলৈ )

কবিয়ে এইভাৱে প্ৰকৃতিৰ ৰূপ ভঙ্গিমাৰ লগত নিবিড় অন্তৰঙ্গতা আকাঙ্ক্ষা কৰিছে। প্ৰকৃতিৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শ কবিয়ে প্ৰাণভৰি উপভোগ কৰিছে। প্ৰকৃতিৰ প্ৰতিটি ৰেখাই, বননিৰ বনৰীয়া সুৰে, বৰ্ণৰ বৈচিত্ৰ্যই, গন্ধৰ সৌৰভে কবিক উন্মনা কৰি তুলিছে। অতীন্দ্ৰিয় ৰহনেৰে ৰঞ্জিত হেতু চিৰ পৰিচিত গাওঁখনিৰ প্ৰতিটি ৰেখাই নবীন সৌন্দৰ্য্যেৰে দুৰবাৰ কবিতাৰ শাৰীয়ে শাৰীয়ে "নাচি নাচি দেখা দিছে।" (নাৱৰীয়া যাই ভটিয়াই)।

স্থূল বস্তুসৌন্দৰ্য্যৰ পৰা ভূমাৰ সৌন্দৰ্য্য বিৰামহীনভাৱে অন্বেষণ, সন্ধিয়া জিলিকা সুদূৰ দেশৰ উদ্দেশ্যে অন্তহীন গতি (এই বাটে নাহিবা দুনাই)—এয়ে দুৰবাৰ কবিতাৰ দাৰ্শনিক পৰিচয়। নদী, নাও, নাওৰীয়া—এই প্ৰতীক ত্ৰয়ৰ সহায়ত কবিয়ে জীৱনৰ গতিধৰ্ম্মৰ (বৌদ্ধধৰ্ম্মৰ universal flux) ইঙ্গিত দিছে। নদীৰ নিৰবিচ্ছিন্ন গতি-সোঁতত নাৱৰীয়াই জীৱন-নাও মেলি দিছে—

"অজানৰ সুৰে নিয়ে টানি
সোঁত তাৰ চিৰলগৰীয়া।" (চিৰলগৰীয়া)

শত বাধা-বিঘিনি, ধুমুহা-ধেৰেকনি, বিদ্যুত-বজ্ৰপাত সকলোকে আওকাণ কৰি সংসাৰবিৰাগী কবি আজি অন্তহীন সুদূৰৰ অভিসাৰত—

"মুকলি মনেৰে দিম মেলি নাওখনি
পিচলৈ নেচাওঁ দুনাই।
অনন্তত বই থকা সুৰৰ সোঁতত
........................।"

দুৰবাৰ কবিতা সোণোৱালী দেশৰ পিনে অবিৰত যাত্ৰাৰ কাহিনী। তেওঁৰ কবিতাই ঐতৰেয় ব্ৰাহ্মণত দেৱতাই ৰোহিতক দিয়া উপদেশ স্মৰণ কৰায়।—"চৰন্ বৈ মধু বিন্দতি চৰণ স্বাদুমুদুম্বৰম্।
সূৰ্য্যস্য পশ্য শ্ৰেমানং যো ন তন্দ্ৰয়তে চৰন॥"

চৰৈবতি, চৰৈবতি।



যাত্ৰাৰ উদ্যোগ করুণ বিননিৰে বিজড়িত, অতীত স্মৃতিৰে বিমণ্ডিত। বিদায়ৰ সময়ত পুৰণি পৃথিবীৰ সনাতন ৰূপটো মধুৰ; আৰু অৰ্ব্বাচীন হৈ মানসপটত ভাহি উঠে; এৰি যাওঁ বুলিও যাবলৈ সত নেযায়। যাত্ৰাউদ্যোগ কালত মন এপিনে আসন্ন বিচ্ছেদৰ দুৰ্ভাৱনাত আনপিনে আগন্তুক ভবিষ্যতৰ অস্পষ্ট উদ্দীপনাত দোদুল্যমান। ই যেনিবা নৱ-বধূৰ প্ৰথম স্বামীৰ ঘৰ কৰিবলৈ ওলোৱা ন-যযৌ ন-তস্থৌ অৱস্থা। দুৰবাৰ কবিতা জীৱন-মৰণৰ সীমা পাৰহৈ যাবলৈ উদ্যোগ কৰা যাত্ৰাৰ ছবি—তেওঁ আশাবাদী জীৱনৰ চলন্ত ইতিহাস।

—৹—

# আপোন সুৰ

( পৰিচয় লিপি )

**স্বৰ্গীয় পদ্মধৰ চলিহা**

কোনো এজন লিখকৰ সাহিত্যিক অৱদানৰ সম্যক মূল্যাঙ্কন কৰিবলৈ হ'লে কি পৰিবেশ, কেনেকুৱা পাৰিপাৰ্শ্বিক অৱস্থা, কেনে অনুকূল বা প্ৰতিকূল পৰিস্থিতিৰ মাজত সেই অৱদান দিব পাৰিলে তাৰ বিষয়েও এটি স্পষ্ট ধাৰণা থকা নিতান্ত বাঞ্ছনীয়। ৺যতীন্দ্ৰনাথ দুৱৰা ৰংপুৰৰ সম্ভ্ৰান্ত দুৱৰাবংশৰ সৌম্যমূৰ্ত্তি—শ্ৰদ্ধাভাজন শ্যামসুন্দৰ দুৱৰাৰ কনিষ্ঠ পুত্ৰ আছিল। তেওঁৰ জন্ম হৈছিল ৰংপুৰত ১৮৯২ চনৰ মাৰ্চ্চ মাহত। তেওঁ সৰুৰে পৰা লাজকুৰীয়া স্বভাৱৰ আৰু সকলোৰে আদৰৰ পাত্ৰ আছিল। বিশেষকৈ মাক-বাপেকৰ তেওঁ আছিল আলাসৰ লাড়ু। শিৱসাগৰৰ চৰকাৰী হাইস্কুলত ছাত্ৰজীৱন কটাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ স্কটিচ্ চাৰ্চ্চ কলেজত পঢ়িবলৈ যায়। ছাত্ৰাৱস্থাতে তেওঁ শিৱসাগৰৰ নাট্যমন্দিৰত (তেতিয়াৰ) গোঁহাই-বৰুৱাৰ 'জয়মতী' নাটকত আজলী নাগিনী 'জিন্নু'ৰ চৰিত্ৰ নিখুঁতকৈ ৰূপায়িত কৰা আমাৰ এতিয়াও বঢ়িয়াকৈ মনত পৰে। কলিকতাত কলেজৰ ছাত্ৰ হৈ থাকোঁতে তেওঁ তাৰ খৃষ্টান মিশ্যনেৰী অধ্যক্ষ, অধ্যাপক আদিৰ আৰু বঙালী, উৰিয়া, বিহাৰী, এংলো-ইণ্ডিয়ান আদি সহপাঠীসকলৰ বিপুল আদৰ চেনেহ লাভ কৰে। লগতে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সৈতে দুৱৰাৰ ঘনিষ্ঠ সম্পৰ্ক ঘটে। বেজবৰুৱাই তেওঁৰ কৱিত্ব শক্তিৰ উমান পাই তেওঁক যথেষ্ট উদ্গনি দিলে আৰু 'বাঁহী'ত 'যদু' ছদ্মনামেৰে কবিতাবোৰ সততে প্ৰকাশ কৰি থাকে। শ্ৰীমতী অৰুণা ( পিছত মুখাৰ্জ্জী ), ৰত্না ( পিছত বৰুৱা ), দীপিকা ( পিছত নান্ হয় ) এই জীয়াৰী সকলৰ সৈতেও দুৱৰাৰ মিলা-প্ৰীতি ঘটে। দুৱৰাৰ প্ৰেমমূলক কবিতাবোৰৰ



অন্তৰালত নিৰ্ম্মল প্ৰেমৰ প্ৰতিদান নোপোৱাৰ আবেগ লুকাই নথকা নহয়।

কলিকতা প্ৰৱাসী ছাত্ৰ হৈ থাকোঁতেই দুৱৰাৰ অলপ বৈৰাগ্যৰ ভাৱ পৰিলক্ষিত হৈছিল। তেওঁৰ অন্তৰঙ্গ আৰু সহপাঠী বন্ধু বলীন্দ্ৰৰাম খাওন্দ ( যি "ৰবাখাওঁ" নামেৰে 'বাঁহী'ত কেইটামান সুন্দৰ গল্প লিখিছিল ) সন্ন্যাসী হৈ 'ডাণ্ডাছ হোষ্টেল'ৰ পৰা অন্তৰ্দ্ধান হ'ল। দুৱৰাৰ কাৰণেও আমি অতি উদ্বিগ্ন হৈছিলোঁ। কালক্ৰমত বি. এ. ডিগ্ৰীলৈ দুৱৰাই ভালেমান বছৰ স্কটিছ্ চাৰ্চ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰে আৰু লগে লগে কলেজৰ ছাত্ৰাবাসৰো চুপাৰিণ্টেণ্ডেণ্ট পদত অধিষ্ঠিত হয়। লগে লগে তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ অধ্যাপক আৰু পৰীক্ষক পদত ভালেমান বছৰ অধিষ্ঠিত থাকি সুখ্যাতি অৰ্জ্জন কৰে।

কলিকতা প্ৰৱাসী হৈ থকা কালত তেওঁ 'ওমৰতীৰ্থ', 'কথাকবিতা', 'আপোন সুৰ', 'বনফুল', 'মিলনৰ সুৰ' এই পাঁচখনি গ্ৰন্থ ৰচে। 'বনফুল' এ সাহিত্য একাডেমিৰ পুৰস্কাৰ লাভ কৰে। ভালেমান কবিতা অপ্ৰকাশিত অৱস্থাতে তেওঁ থৈ গৈছে বুলি জানিবলৈ পাইছোঁ। সেইবোৰ পোহৰলৈ ওলালে স্বভাৱকবি দুৱৰাৰ প্ৰতিভা জ্বলজ্বল পট-পটকৈ জিলিকি উঠিব।

কিবা এটি মনৰ বেজাৰত তেওঁ ভালেমান বছৰ অসমলৈ নাহি আত্মীয়-স্বজনৰ পৰা আঁতৰি আছিল। একমাত্ৰ লগৰীয়া আছিল 'সাধন' নামৰ এটি বঙালী বিশ্বাসী লগুৱা বান্ধনি। এবাৰ তেওঁ সাঙ্ঘাতিক ট্ৰাম দুৰ্ঘটনাত বিষম আঘাত পায়। কলিকতাৰ এল্‌ম্. প্ৰেছৰ গৰাকী শ্ৰীদেৱপ্ৰসাদ মিত্ৰ আছিল তেওঁৰ পৰম বন্ধু। দুৱৰাই এই লিখক আৰু ৺যাদৱপ্ৰসাদ চলিহাৰ লগত কলিকতাত তাহানিখন নিতৌ আবেলি আবেলি ফুৰা-চকা কৰিছিল। বাটে বাটে তেওঁ কবিতা গাই যায়। যাদৱে কেতিয়াবা জোকালে গাত নিৰ্দ্দোষ ঢকা একোটা মৰা দৃশ্য আজিও মানস পটত ভাঁহি উঠে। ১৯৪৮ চনত

তেওঁ কানৈ কলেজৰ অসমীয়া অধ্যাপক হয়। ১৯৫৫ চনত অসম সাহিত্য সভাই গুৱাহাটীৰ অধিবেশনত তেওঁক সভাপতি পাতি সন্মান প্ৰদৰ্শন কৰে। পিছত কলেজৰ পৰা অৱসৰ লৈ জীৱনৰ শেষছোৱা শিৱসাগৰ আমোলাপতিৰ নিজ ঘৰত ভতিজাক শ্ৰীবসন্তলাল ভুৰবা আদিৰ অক্লান্ত সেৱা শুশ্ৰূষাত শয্যাগত হৈ থাকে। ভালেমান দিন বাৰ্দ্ধক্যজনিত ৰোগত ভুগি ১৯৬৪ চনৰ ৫ জুলাইৰ দিনা তেওঁ শেষ নিশ্বাস ত্যাগ কৰে। এয়াই কবি ভুৰবাৰ চমু জীৱন-কাহিনী।

কবি কাক বোলে? কবিতা কি? মূল সংস্কৃত 'কবি শব্দৰ অৰ্থ দূৰদৰ্শী ভবিষ্যৎ বক্তা, ঋষি। "Seer, Prophet, Sage", গতিকে ই গুৰুত্বপূৰ্ণ। ৰামায়ণ, মহাভাৰত, ইলিয়াড, ওৱেষ্টলেণ্ড আদি কাব্যত কবিয়ে মানস চকুৰে অতীত আৰু ভবিষ্যত দেখাৰ উমান নোপোৱাকৈ নাথাকে। ইংৰাজ কবি উইলিয়াম ৱৰ্ডছৱৰ্থৰ মতে কবিতা হৈছে নীৰলে সোঁৱৰা হিয়াৰ আবেগ (Emotion recollect ed in tranquility)। কবিতাৰ এই সুন্দৰ সূত্ৰটি ভুৰবাৰ কবিতা-বোৰত বৰ্টিয়াকৈ ৰজিতা খাই পৰে। আৰু এগৰাকী বিশ্ববিশ্ৰুত কবি ছেলীৰ মতে—

"We look before and after
and pine for what is not.
Our sincerest laughter with some
pain is fraught,
Our sweetest songs are those that
tell of saddest thought."—

ইয়াৰ ভাবাৰ্থ হৈছে আমি এবাৰ অতীতলৈ, এবাৰ ভবিষ্যতলৈ দৃষ্টি পাত কৰোঁ, আৰু কিবা এটি নাই বুলি অনুভৱ কৰি তাক পাবলৈ হাবিয়াস কৰোঁ। আমাৰ প্ৰাণভৰা হাঁহিটিতো কিবা যেন বেদনাৰ সুৰ নিহিত থাকে আৰু বিষাদৰ ভাব প্ৰকাশ কৰা কৰুণ সুৰৰ গীতবোৰ আমাৰ আটাইতকৈ মধুৰ যেন লাগে।



এগৰাকী পাশ্চাত্য মনীষীৰ মতে কবিতা হৈছে সংগীতময় বাক্য (Musical speech)।

ভুৰবাৰ সৰহভাগ কবিতাত এটি শূণ্যতা, এটি নিৰাশা, এটি কাতৰ আকুতিৰ কৰুণ, কোমল পৰশ থকা বাবে সহজতে আমাৰৰ হৃদয়-বীণত সহানুভূতিৰ জোকাৰ উঠে; আমাৰ অন্তৰৰ অন্তঃস্থলত এটি মচ নোযোৱা সাঁচ বহি যায়। কবিয়ে নিজকে অকলশৰীয়া, সকলোৰে অনাদৰ অৱহেলাৰ পাত্ৰ বুলি ভাবি জন-সমাজৰ হাই-উৰুমি দন্দ-খৰিয়ালৰ পৰা আঁতৰি পাহৰণি নৈৰ পাৰত এটি সৰু পঁজা সাজি তাতে থাকিবলৈ নাইবা সংসাৰ-নদীত জীৱনৰ নাওখনি মেলি সাগৰৰ সিপাৰৰ সোণোৱালী দেশৰ ফালে অকলে, অকলশৰে নাৱৰীয়া হৈ অবিৰাম গতিৰে নাওবাই গৈ থাকিবলৈ হেঁপাহ কৰে। থুলমূলকৈ এয়ে তেওঁৰ জীৱন-দৰ্শন বুলিব পাৰি। অৱশ্যে ইয়াত ভাৰতীয় জীৱন-দৰ্শনৰ বিশেষকৈ উপনিষদ, সাংখ্য, বেদান্ত দৰ্শনৰ আৰু লগতে বিশ্ব-কবি ৰবীন্দ্ৰনাথৰ মানৱাত্মাৰ 'অনন্তযাত্ৰা'ৰ কল্পনাৰ প্ৰভাৱ নপৰাকৈ থকা নাই যেন লাগে। কবিতাৰ সঙ্কলন 'আপোন সুৰ'তে নাৱৰীয়া (ক), (খ), (গ), শিতানত আৰু 'নাৱৰীয়া নিয়া নাও বাই' শিতানত মুঠতে চাৰিটা কবিতা আছে। ৰঘু চৌধাৰী যেনেকৈ 'বিহগী কবি', বিনন্দ বৰুৱা 'ধ্বনি কবি', আনন্দ বৰুৱা 'বকুলবনৰ' কবি', কমলাকান্ত ভট্টাচাৰ্য 'অগ্নি কবি' বুলি জনাজাত হৈছে, ভুৰবাকো 'বনফুলৰ কবি' বোলাতকৈ "নাৱৰীয়া কবি" আখ্যা দিলেহে তেওঁৰ ঘাই জীৱন-দৰ্শনৰ লগত বৰ্টিয়াকৈ ৰজিতা খাই যাব যেন লাগে। এইজনা কবিয়ে অকলে, অকলশৰে নিজৰ গান গাই গাই নিজে শুনি শুনি নিজে কেতিয়াবা তল গৈ অনন্তপ্ৰেমৰ, অনন্তমিলনৰ, অনন্ত-শান্তিৰ সোণোৱালী দেশক ধিয়াই অনন্তকালৰ সোঁতত জীৱনৰ নাওখনি মেলি ভটিয়াই গৈ আছে। ই এটি অতি সুন্দৰ, অতি মধুৰ অথচ অতি মহৎ কল্পনা, এটি অবিস্মৰণীয় মানস-চিত্ৰ। কেতিয়াবা নিশাদেৱীয়ে কলীয়াচুলি মেলি জগতক আৱৰি ধৰিলে, আন্ধাৰ

নামিলে, কোনোবা দেৱীয়ে যদি তেওঁক পুতৌ কৰি নিশাটো তেওঁৰ বহাত কটাবলৈ মাতে, কবিয়ে এই বুলি সমিধান দিয়ে—

"মানুহৰ ভালপোৱা ? আছে যদি থক
নাই তাত মোৰ প্ৰয়োজন ;
জগতক ভাল পাওঁ, জগততে ফুৰো
সকলোটি মোৰ প্ৰিয়জন।
ধন সোণ দেৱী মোক একোকে নালাগে
যি আছে তাতেই সুখীয়া ;
আহিছিলোঁ শুদাহাতে যামো শুদাহাতে
ধন বস্তু মাথোঁ। দুদিনীয়া।"

নাৱৰীয়া কবিয়ে আৰু গাইছে :—

"সুখ দুখ একো নাই সকলোটি মিছা
ই এটি মনৰ কল্পনা ;
যিটিয়ে তোমাৰ সুখ হব পাৰে সিটি
অইনৰ দুখৰে ভাৱনা।"

( নাৱৰীয়া (ক) )

তেওঁ য'তে ৰাতি হয় ত'তে কাটি হৈ মুকলি মুৰীয়া হৈ গছৰ তলতে পৰি থাকিবলৈ ভাল পায় আৰু কয় :—

"ফাকি ফুকা য'ত নাই আৰু নাই য'ত
সমাজৰ কঠোৰ শাসন
সেয়ে মোৰ থকা ঠাই এই জগতত
সেই ঠাই অতি নিৰজন।"

( নাৱৰীয়া (ক) )

কবিয়ে মাথোন সুন্দৰৰ চৰণত মুকলি মনেৰে ভক্তিৰ আঁজলি যাচিবলৈ হেঁপাহ কৰে :



"মুকলি আকাশ তল মুকলিতটিনী জল
উদাৰ প্ৰকৃতি আজি জগত মুকলি ;
মুকলি পৰাণ মোৰ মুকলি মনেৰে দিওঁ
সুন্দৰৰ চৰণত ভক্তিৰ অঞ্জলি।"

( নাৱৰীয়া (খ) )

দুৰ্গাৰ কবিতাবোৰ তন্নতন্নকৈ অধ্যয়ন কৰিলে তেওঁক পলায়নবাদী (Escapist) নাইবা দুৰ্ঘোৰ নৈৰাশ্যবাদী (Pessimist) বুলিলে তেওঁৰ প্ৰতি অবিচাৰ কৰা হ'ব। নিৰাশাৰ কলীয়া ডাৱৰৰ মাজতো তেওঁ আশাৰ বেঙনি দেখে ; আন্ধাৰতো পোহৰৰ সন্ধান পায়, বিচ্ছেদতো মিলনৰ সুৰ শুনে। জীৱনৰ নাও বাই গৈ থাকোঁতেই যুগৰ আহ্বান, সংসাৰৰ কৰ্ত্তব্যৰ চিন্তা-ভাবনাই তেওঁৰ মন অধিকাৰ নকৰাকৈ থকা নাই। সেয়েহে তেওঁ গাইছে :—

"জগতৰ আৱাহন কাণত পৰিছে শুনা
কাচি-পাৰি সকলোৱে দিহাদিহি যোৱা ;
কবি তেন্তে উঠি আহাঁ মুখত বাঁহীটি লই
নতুন সুৰেৰে তুমি জগত জগোৱাঁ।"

( নাৱৰীয়া (খ) )

দুৰ্গাৰ নিচিনা শান্ত প্ৰকৃতিৰ সৌন্দৰ্য্যসাধকে সেইকালৰ ৰাজনৈতিক আন্দোলনৰ লগত ঘনিষ্ঠভাৱে সংশ্লিষ্ট নথকাটো একো আচৰিত কথা নহয়।

নাৱৰীয়া কবিৰ লক্ষ্যস্থান সাগৰৰ সিপাৰৰ কবিৰ আপোন দেশলৈ গৈ থাকোঁতে যদিও উত্তাল তৰঙ্গ উথলি উঠি খলকনি লগায়, মেঘৰ প্ৰচণ্ড গাজনিয়ে চতুৰ্দ্দিশ নিনাদিত কৰে ; তত্ৰাচ আশাবাদী কবিৰ আতঙ্ক নাই :—

"আহক বিশাল ঢৌ—স্থিৰ গতি হীন
উথলি উঠক পানী—নীৰৱ নিমাত ;

আনিলে সি ঢৌৱে মোক অনন্তৰ পৰা
ৰঙমনে ঘৰলই উটি যাম তাত।”
“দেশ-কাল-সময়ৰ সীমা হেৰুৱাই
সোঁতে যদি নিয়ে মোক বহুদূৰলই,
ভয় নাই নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশলই।”
( নাৱৰীয়া (গ) )

সাগৰৰ সিপাৰত আশাৰ চাকিটি জ্বলি একেৰাহে পোহৰ বিলোৱা উলাহসোঁতত পৰি বিষাদ বিননি উটি মৰমৰ জেউতি চৰোৱা কবিয়ে দেখি অনন্ত সঙ্গীতৰ অমৃত লহৰীত উল্লাসিত হৈছে ঃ—

“অনন্ত সঙ্গীত উঠে অমৃত লহৰী তুলি
আকাশ বিয়পি বই যায় ;
সুমধুৰ ধ্বনি তাৰ বিশ্বৰ বুকুত বাজে
অসীমত সীমা হেৰুৱাই।
অহা আহে যোৱা যায়, নতুন পুৰণি হয়
জগতৰ নতুন প্ৰকাশ ;
আৱাহন বিসৰ্জ্জন কালৰ সোঁতত ঘূৰে
জীৱনৰ নতুন বিকাশ।”
( নাৱৰীয়া নিয়া নাও বাই )

যেতিয়া ৰেলি বুৰিল, নিজান দেশৰ পিনে নাৱৰীয়াক নাও বাই যাবলৈ কবিয়ে আকুতি জনাইছে। কবিৰ এই জীৱন-দৰ্শনৰ গভীৰ তত্ত্ব আৰু আধ্যাত্মিক মূল্য মন কৰিব লগীয়া।

“শূন্য পৰিচয়” কবিতাটি উপমা, প্ৰতীক, মানস-চিত্ৰ, ভাবাবেগ আদিৰ সুন্দৰ নিদৰ্শন। কবিৰ হিয়াখনি জেতুকা পাতৰ দৰে সেউজীয়া বননিৰ বৰণেৰে ঢকা বুকুৰ ৰঙা তেজেৰে জ্বলি থকা ছবি তেওঁৰ অন্তৰত অঁকা আছে। কোনো প্ৰেয়সীৰ ভালপোৱা তেওঁ



আশাও নকৰে, কামনাও নকৰে, বিশ্বাসো নকৰে। তাক মাথোন এটি অলীক সপোনৰ ৰেখা বুলিহে গণ্য কৰে ঃ—

“তুমি মোক ভালপোৱা শুনিলেও হাঁহি উঠে
হ’ব পাৰে ইও এটি সপোনৰ ৰেখা ;
সপোনৰ শেষ হ’লে মোহ জাল আঁতৰিলে
তুনাই এনুৱা ভাবে দিবা জানো দেখা।”

এইখিনি কথা কবিৰ হিয়াৰ তেজেৰে ৰচা।

কবিয়ে অনাদৰ অৱহেলা সকলো গোটাই লৈ জীৱনৰ কুসুম কানন ৰচিব খোজে, পাহৰণি নৈৰ পাৰত পঁজা এটি সাজি নিৰলে থাকিবলৈ লৈ ; ধুনীয়া জোনাক ৰাতি বীণখনি লৈ জীৱন-গীতি শুনাবলৈ বাঞ্ছা কৰে। মানৱী দেহা অনন্তত লয় গলেও সংসাৰৰ বেচা-কিনা সদায় একেদৰেই চলি থাকিব। কবিৰ পঁজাৰ কাষেদি বৈ যোৱা ‘পাহৰণি নৈয়ে’ তেওঁৰ ‘শূন্য পৰিচয়’ দিব। কিন্তু কবিয়ে নিজকে ‘শূন্য’ বুলি ভাবিলেও আমি একৰ পিচত কেইবাটাও শূন্য দিহে তেওঁক বিচাৰ কৰিব খোজোঁ। আৰু কবিক ‘সোঁৱৰণি’ নৈৰ পাৰতহে এটি নিগাজী ঘৰ সাজি দি তাতে তেওঁৰ স্মৃতিৰ প্ৰতি হিয়াভৰা শ্ৰদ্ধাঞ্জলি যাচি থাকিবলৈ হেঁপাহ কৰোঁ।

প্ৰকৃত শিল্পীৰ দৰে ত্বৰৱা কবি সৌন্দৰ্য্যৰ পূজাৰী, সৌন্দৰ্য্যৰ অনন্ত নিজৰা তেওঁ আজীৱন বিচাৰি ফুৰিছে। যাতে তাত এটি বুৰ মাৰি চিৰকাললই তেওঁৰ মানস-প্ৰতিমাতেই আপোন পাহৰা হব পাৰে। গানে গানে ছন্দে ছন্দে যিদিনা কবিৰ বীণৰ সুৰত সেই প্ৰতিমাক আপোন কৰি লব ; প্ৰতি অণু পৰমাণু তেওঁৰ সৈতে মিলিব তেতিয়াহে তেওঁৰ জীৱন-সপোন ফলিয়াই দিকঠত পৰিণত হব, সংসাৰৰ লীলা-খেলা সামৰি-সুতৰি থৈ হাঁহিমুখে কৱি প্ৰয়াণ কৰিব। অতদিনে বৈ অহা প্ৰেমৰ, কবিতা-ধাৰাৰ সেইদিনাহে অৱসান ঘটিব। এই প্ৰসঙ্গতে এটি কথা উনুকিয়াব পাৰি যে ত্বৰৱা কবিয়ে যদিও ভালেমান

প্ৰেমৰ কবিতা ৰচিলে ; সেই প্ৰেম অতীন্দ্ৰিয় বা 'প্লেটনিক' ধৰণৰ প্ৰেম বুলিহে আমাৰ ধাৰণা হয়। তেওঁ ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমতকৈ বিশ্বপ্ৰেমক অধিক ওখ আসন দিয়াটোহে কবিতাবোৰে প্ৰতিপন্ন কৰে।

কবিতাৰ ঘাই উপকৰণ—কল্পনাৰ উৰণ, ভাবৰ স্ফুৰণ, আবেগৰ স্পন্দন আৰু সৌন্দৰ্য্যৰ বহণ—দুৰ্বা-কবিতাত জিলিকি আছে।

দুৰ্বাৰ কবিতা নিজৰাৰ নিৰ্ম্মল সোঁতৰ দৰে। সুললিত ছন্দৰ অবাৰিত, লীলায়িত গতিত সি বৈ বৈ গৈ থাকে, ক'তো ঠেকা নাখায়। কোনো কোনো ঠাইত ভাৱৰ খেলিমেলি আৰু আবেগৰ সংঘাত থাকিলেও সাধাৰণতে ক'তো দুৰ্ব্বোধ্যতা বা জটিলতা নাই। প্ৰত্যেকটিয়েই বোধগম্য, সহজ, সৰল, নিবহ-নিপানী। আৰু এটি বিশেষত্ব এই যে প্ৰায় আটাইবিলাক কবিতাকে গীতি-কবিতা (lyric)ৰ শ্ৰেণীত পেলাব পাৰি। প্ৰায় আটাইবিলাকেই সঙ্গীতধৰ্ম্মী। সঙ্গীতৰ ৰণন, ছন্দৰ নেপুৰধ্বনি কাণত বাজি উঠে। সুদক্ষ সুৰকাৰৰ হাতত পৰিলে দুৰ্বাৰ চুটি কবিতা কিছুমান একোটি সুন্দৰ গীতলৈ ৰূপায়িত হব পাৰে। সেয়ে হ'লে কবিতাবোৰ অধিক মৰ্ম্মস্পৰ্শী হব বুলি এই লিখকৰ ধাৰণা। 'আপোন সুৰ' দৰাচলতে আমাৰ সকলোৰে অতি আদৰৰ, অতি হেঁপাহৰ 'আপোন সুৰ'। ৰবীন্দ্ৰনাথৰ ভাষাত কবলৈ হ'লে 'আপোন সুৰে' আমাৰ প্ৰাণত সুৰৰ জুই জ্বলাই দিয়ে—সেই জুইকুৰাৰ ফিৰিঙতি চাৰিওফালে বিয়পাই দিয়ে, অন্তৰৰ অন্ধকাৰ, বিষাদৰ ক'লা ছাঁ, হতাশাৰ আৱৰণ সকলো নিমিষতে পুৰি পেলায়। সেই সুৰৰ লহৰীয়ে কোনো এখন সপোন-পুৰীলৈ আমাক আগুৱাই লৈ যায়।

দুৰ্বাৰ কবিতাৰ বাহিৰেও অসমীয়া সাহিত্যত এনে ভালেমান কবিতা, চুটি গল্প, কথা-কবিতা, প্ৰৱন্ধ আৰু গ্ৰন্থ আছে, যিবোৰ অন্য ভাষালৈ অনূদিত হলে বিশ্বসাহিত্যৰ দৰবাৰত সন্মানিত আসন লাভ কৰিব বুলি ভাবিবৰ যথেষ্ট থল আছে। উপযুক্ত প্ৰচাৰ আৰু উদ্যমৰ



অভাৱত সেইবোৰে আন্তৰ্জ্জাতিক সমাদৰ নোপোৱাটো অতি দুৰ্ভাগ্য আৰু পৰিতাপৰ কথা। তদুপৰি আমাৰ সাহিত্য-সম্পদৰ প্ৰকৃত মূল্যাঙ্কন তথা সূক্ষ্ম, সম্যক, নিৰপেক্ষ আৰু নিৰ্ভীক সমালোচনাৰো অভাৱ পৰিলক্ষিত হয়। এই অভাৱ পূৰণ কৰিবলৈ আমাৰ উচ্চ শিক্ষিত সম্প্ৰদায়ৰ, গুণগ্ৰাহী পঢ়ুৱৈ সমাজৰ আৰু সহৃদয় ৰাইজৰ মনোযোগ আকৰ্ষণ কৰিবলৈকে এই দু-আষাৰ লিখা হ'ল।*

---

* 'আপোন সুৰ' পুথিৰ পাতনি।

# সাহিত্যৰথী বেজবৰুৱা আৰু কবি দুৱৰা

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু কবি যতীন্দ্ৰনাথ দুৱৰা দুয়োৰে ঘৰ দিখৌ নৈৰ পাৰত; আৰু দুয়ো দুটি প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালত জন্মগ্ৰহণ কৰে। ১৮৮৮ চনত ডাঙৰীয়া দীননাথ বেজবৰুৱা প্ৰতিষ্ঠিত শিৱসাগৰৰ বেজবৰুৱা হাইস্কুলত দুৱৰাৰ পিতৃ মিষ্টভাষী শ্যামসুন্দৰ দুৱৰা ডাঙৰীয়াই শিক্ষকতা কৰিছিল, আৰু এইজনা বেজবৰুৱাৰ দ্বাৰা স্থাপিত বাল্যাশ্ৰমতে বালক যতীন্দ্ৰনাথে বিভিন্ন বিষয়ৰ শিক্ষা লাভ কৰিছিল। লক্ষ্মীনাথ বেজবৰুৱাই কলিকতালৈ যাবৰ সময়ত হেনো যতীন্দ্ৰনাথ দুৱৰাৰ মাকক "চাৰি চকুৱা ৰেঘা লোৱা মেকুৰী-পোৱালি এটা দি কলিকতালৈ যোৱাৰ সময়ত বিদায় লৈছিল। আৰু দুটা-তিনিটা হেনো ভাটৌ-পোৱালি দিছিল" ( পত্ৰলেখা, ২৬৪ )। ইত্যাদি কথাৰপৰা বেজবৰুৱা আৰু দুৱৰা দুয়োটা পৰিয়ালৰ সদ্ভাৱ আৰু প্ৰীতিৰ কথা সহজে অনুমান কৰিব পাৰি।

বয়সৰ ফালৰ পৰা লক্ষ্য কৰিলে দেখা যায় যে লক্ষ্মীনাথ বেজবৰুৱা আৰু যতীন্দ্ৰনাথ দুৱৰাৰ ভিতৰত ২৮ বছৰৰ ব্যৱধান। তথাপি সকলো সমাজতে নিজকে খাপখুৱাব পৰা বেজবৰুৱা দুৱৰাৰ, 'friend, philosopher and guide' স্বৰূপ আছিল। তেওঁ দুৱৰাক ভাতৃ আৰু সমনীয়াৰূপে জ্ঞান কৰিছিল। সিজনেও বেজবৰুৱাক বয়োবৃদ্ধ আৰু জ্ঞানবৃদ্ধৰূপে মান কৰিছিল, আৰু নিজৰ সুখ-দুখৰ কথাও গোপন নকৰিছিল। বেজবৰুৱাই দুৱৰালৈ এখন চিঠিত লিখিছিল, "তোমাক মই কি চকুৰে দেখোঁ তুমি নাজানা



নে? নিশ্চয় জানা। দহৰ ভিতৰত এজন তুমি মোৰ মানত নহয়। তুমিও মোক দহৰ ভিতৰত এজনকৈ পেলাই থোৱা নাই; সেই বাবেহে তোমাৰ চিঠি, বাতৰি, সঙ্গ ইত্যাদিলৈ মোৰ হাবিলাস" ( পত্ৰলেখা, পৃষ্ঠা ২০ )।

বেজবৰুৱা এজন ৰসিক লোক আছিল। তেওঁ দুৱৰাৰ লগত ধেমালি কৰি বৰ আনন্দ উপভোগ কৰিছিল (১)। বেজবৰুৱাৰ হাওৰাৰ ঘৰত নিতাই (?) নামৰ সাত বছৰীয়া লগুৱা ল'ৰা এটা আছিল। দুৱৰা সন্ধিয়া বেজবৰুৱাৰ ঘৰলৈ আহি কথা-বাৰ্ত্তা পাতি বহুত সময় কটায়। সেই সময়ত পূৰ্ব্বৰ শিকনিমতে নিতাই নামৰ লগুৱাটোৱে মেজৰ তলত সোমাই মহে কামোৰাৰ দৰে দুৱৰাৰ ভৰিত মাজে মাজে চিকুটিবলৈ ধৰে। সঁচা মহৰ কামোৰ বুলি তেওঁ অশ্বস্তি বোধ কৰে। তেওঁ যেতিয়া কামোৰ সহিব নোৱাৰি উঠিব খোজে তেতিয়া বেজবৰুৱাই দুৱৰাৰ মূৰত পানী ঢালি দি তেওঁক শান্ত কৰে। এবাৰ দুৱৰা বেজবৰুৱা পৰিয়ালৰ লগত পুৰীলৈ যায়। বেজবৰুৱাৰ এটা বুঢ়া চাকৰ আছিল। তাৰ দাঁত সৰি দুটা অৱশিষ্ট আছিল। বেজবৰুৱাই তাৰ নাম ৰাখিলে মালতী। তাৰ চুৰিয়াখন শাৰীৰ দৰে পিন্ধাই মূৰত ওৰণী দি বেজবৰুৱাই তাক দুৱৰাৰ আগলৈ লৈ আহে। মালতী নামটো যে অপাত্ৰত দান সেই কথা ভাবি দুৱৰা অস্থিৰ হৈ উঠে। এনেদৰে বেজবৰুৱাই দুৱৰাৰ লগত ধেমালি কৰিছিল। দুৱৰাৰ প্ৰতি গভীৰ স্নেহ থকাৰ কাৰণেহে বেজবৰুৱাই সহজ সৰল ধেমালি কৰি আনন্দ উপভোগ কৰিছিল।

দুৱৰা বেজবৰুৱা পৰিয়ালৰ যেন এজন লোক। ১৯৩০ চনত ৺দুৰ্গাপূজাৰ বন্ধত বেজবৰুৱা সপৰিয়ালে ডিব্ৰুগড়ত থকা তেওঁৰ মাজুজীয়েক শ্ৰীমতী ৰত্না বৰুৱাৰ ঘৰলৈ আহে। পিচত দুৱৰাও সেই ঠাইলৈ আহে। তেওঁ বেজবৰুৱা পৰিয়ালৰ লগত একে

(১) "‥ মোৰ লগত ঘনিষ্ঠ সম্বন্ধ—তেখেতে মোক মৰম কৰে আৰু জোকায়, মই ওফোন্দ পাতো, খং কৰোঁ।।" ( পত্ৰলেখা পৃঃ ২৭৫ )

ভাবাবেগত পৰিণত হৈছে। এনে ৰোমাণ্টিক স্বপ্নময়তাই ডুৰবাৰ কথা-কবিতাৰ ঘাই বৈশিষ্ট্য।

একপ্ৰকাৰ সন্ধানী দৃষ্টিৰ ফলতে কথা-কবিতাৰ জন্ম। কাব্যৰ ইতিহাস কাব্য-মুক্তি আৰু বৈচিত্ৰ্যৰ ইতিহাস। এনেবোৰ কাৰণতে এদিন টুৰ্গেনিভৰ Prose-Poems নাইবা হুইটমেনৰ Leaves of Grass ৰ সৃষ্টি হৈছিল। একালত ছন্দ কবিতাৰ অপৰিহাৰ্য্য অঙ্গ বুলি বিবেচিত হৈছিল। আজিৰ কবিয়ে ইয়াৰ পৰাও মুক্তি বিচাৰিছে; কবিতাৰ পটভূমি অতিৰিক্তভাৱে বিস্তৃত কৰি কবিতাক 'স্মৰণীয় উক্তি' বুলিছে। কবিতা স্মৰণীয় নে অবিস্মৰণীয় উক্তি কোৱা টান, তথাপি স্পন্দিত গদ্য অথবা মুক্তকৰ ব্যৱহাৰে কাব্য-প্ৰকৰণৰ পৰিধি বিস্তৃত কৰি কবিতাৰ মৰ্মবস্তুত ইতিহাসচেতনা আৰু কালজ্ঞানক ঠাই দিবৰ বাবে যে সুযোগ দিছে তাক নুই কৰিব নোৱাৰি। কথা-কবিতা অৱশ্যে স্পন্দিত গদ্য নহয়, ই বৰ্ণণাধৰ্মী ৰূপকাত্মক কাব্যিক গদ্য। ইয়াত স্পন্দিত গদ্যৰ অৰ্থঘনতা নাই।

সকলো কাব্য-ৰসিকেই এইকথা স্বীকাৰ কৰিব যে অনুভূতিৰ স্নিগ্ধ অপূৰ্ব ব্যঞ্জনাময় ভাষাই কবিতা পদবাচ্য হ'ব পাৰে। কবিতাত বহিৰঙ্গই সকলো নহয়, তাৰ অন্তৰ্নিহিত চৰিত্ৰৰ ওপৰতহে কবিতাৰ সৌন্দৰ্য্য নিৰ্ভৰশীল। কথা-কবিতাৰ ক্ষেত্ৰতো সম্ভৱতঃ এই অন্তৰ্নিহিত চৰিত্ৰৰ ওপৰতে প্ৰাধান্য দিয়া হৈছিল।

এপাহি বিৰল বিদেশী ফুলক আত্মসাৎ কৰি ডুৰবাই স্বকীয় কবি-প্ৰতিভাৰ জীপ্ দি লহ্‌পহীয়া কৰি তুলিবলৈ যত্ন কৰিছিল। ডুৰবাৰ এনে প্ৰয়াস নিশ্চয় প্ৰশংসনীয়। ই সমকালীন পাঠকক নতুন আস্বাদনৰ সুযোগ দিয়াৰ উপৰিও অসমীয়া কাব্য-সাহিত্যৰ প্ৰকৰণৰ পৰিসৰ বৃদ্ধি কৰিলে। পৰবৰ্ত্তী কালত অসমীয়া গদ্য-কবিতাৰ পৰীক্ষা চলিছিল আৰু এতিয়াও চলি আছে। আধুনিক গদ্য-কবিতাৰ চৰিত্ৰৰ লগত ডুৰবাৰ কথা-কবিতাৰ চৰিত্ৰৰ পাৰ্থক্য থাকিলেও, ডুৰবাক এই ক্ষেত্ৰত আগৰণুৱা বুলি ধৰিব পাৰি।



আজিৰ মুক্তক আৰু স্পন্দিত গদ্যৰ যুগত কথা-কবিতাৰ মৰ্ম-গ্ৰহণ সহজ, কিন্তু ডুৰবাৰ যুগত ই তেনেই আচহুৱা বস্তু আছিল। ডুৰবাৰ ৰচনাত টুৰ্গেনিভৰ বাস্তৱ দৃষ্টিভঙ্গী অনুপস্থিত, টুৰ্গেনিভৰ কবিতাৰ ফৰ্মটোৱেহে ডুৰবাক আকৃষ্ট কৰিছিল। কথা-কবিতা ভাবৰ দৃশ্যগন্ধী মূৰ্ত্ত বৰ্ণনা; ই এনে এক প্ৰকাৰ চিত্ৰাত্মক বৰ্ণনা য'ত এটি কোমল, ভাবালু মনৰ ভাবাবেগ ব্যঞ্জিত হৈছে। ছন্দ বা ছন্দস্পন্দৰ অভাৱ ইয়াত পূৰণ কৰিছে আধেয়ৰ মাজত লুকাই থকা আবেগৰ গুণ্-গুণনিয়ে। সেই গুণ-গুণনি পাঠকে মনৰ কাণেৰে শুনে। এইবাবেই ইয়াক কবিতা আখ্যা দিব পাৰি।

মোৰ ধাৰণা, 'সোণবৰণীয়া দেশ' আৰু 'শিল্পী' এই দুটা কবিতা ডুৰবাৰ কবি-জগতৰ প্ৰতিভূ। 'সোণবৰণীয়া দেশ'ত তেওঁ দেখুৱাব খুজিছে; পৃথিবীৰ প্ৰেম ক্ষণিক; প্ৰকৃত প্ৰেম অপাৰ্থিৱ অথবা অনন্ত, অজেয়—মৃত্যুস্পৰ্শৰ পৰা মুক্ত। পৃথিবীৰ প্ৰেম ক্ষণিক বুলি কোৱাৰ কাৰণ হল, ইয়াত মানুহে ভাল পায় আৰু পাহৰে। অপাৰ্থিৱ প্ৰেমৰ কুঞ্জত পাহৰণিৰ প্ৰবেশ নাই। এনে স্বপ্নময় পৰিৱেশত তেওঁৰ প্ৰেমে পূৰ্ণতা লাভ কৰিছে। অনন্ত প্ৰেমৰ সোণবৰণীয়া দেশত কোঁৱৰ-কুঁৱৰী সুখেৰে আছিল; পকা পাতৰ পৰশ পোৱাৰ পিছত তেওঁবিলাক নামি আহিল পৃথিবীলৈ। স্বাভাৱিক গতিত পৃথিবীত তেওঁবিলাক এদিন মৃত্যুৰ কবলত পৰিল। কোঁৱৰ-কুঁৱৰী আকৌ সোণবৰণীয়া দেশ পালেহি। পৃথিবীৰ মৰহা প্ৰেমৰ করুণ অভিজ্ঞতাৰ মাজতো কোঁৱৰ-কুঁৱৰীয়ে স্বপ্ন দেখিছিল সোণবৰণীয়া দেশৰ। কোঁৱৰ-কুঁৱৰীৰ এই অপাৰ্থিৱ প্ৰেমৰ স্বপ্নই ডুৰবাৰো স্বপ্ন; কিয়নো দিঠকতকৈ স্বপ্নই হে তেওঁৰ বাবে সঁচা :—

সপোনৰ শেষ হ'লে মোহজাল আঁতৰিলে
তুনাই এনুৱা ভাৱে দিবা জানো দেখা ?

(শূন্য পৰিচয়)

'শিল্পী' কবিতাত শিল্পীৰ সৌন্দৰ্য্য-স্পৃহা পৃথিবীত পূৰণ হোৱা

নাই, সময়ৰ চৰণ-চাবকো উপেক্ষা কৰি নীৰৱ সাধনাৰে গঢ়া সৌন্দৰ্য্য-প্ৰতিমাৰ প্ৰাণ-প্ৰতিষ্ঠাত শিল্পী বিফল হ'ল, উত্তাল ধুমুহাৰ মাজত শিল্পীয়ে অনুভৱ কৰিলে—প্ৰতিমাই যেন তেওঁক সংকেত দিছে অনন্তৰ পিনে যাবলৈ। বিফলতা আৰু হাঁহাকাৰৰ মাজত শিল্পীয়ে মৃত্যু বৰণ কৰিছে। ইয়াৰ অৰ্থ, প্ৰেম যি দৰে অনন্ত, সৌন্দৰ্য্যও অনন্ত।

'দেৱী' নামৰ আন এটি কবিতাত এই কথা আৰু স্পষ্ট হৈছে; 'দেৱী' প্ৰেম আৰু সৌন্দৰ্য্যৰ অদ্বৈত ৰূপ; কবিৰ মানস-প্ৰতিমা। এই দেৱীয়েই অপাৰ্থিৱ মোহিনী মূৰ্ত্তি, কল্যাণৰ প্ৰতিনিধি, কবিতাৰ উৎস আৰু কবিৰ জীৱন্ধৰী। সোণবৰণীয়া দেশৰ 'কুঁৱৰী,' শিল্পীৰ 'প্ৰতিমা' আৰু এই দেৱীৰ মাজত কোনো প্ৰভেদ নাই। আগৰ কবিতা দুটাত পকাপাত আৰু ধুমুহাৰ চিত্ৰকল্পৰ মাজেৰে দিয়া মৃত্যুৰ ব্যঞ্জনা মনকৰিবলগীয়া। সম্ভৱতঃ দুৰবাৰ অৱচেতন মন এনে ধৰণৰ ৰোমাণ্টিক মৃত্যু-কামনা সুপ্ত হৈ আছিল। ইয়াৰ কাৰণ ব্যৰ্থতা হব পাৰে, কিন্তু মৃত্যুয়েই যে অপাৰ্থিৱ সৌন্দৰ্য্যৰ দুৱাৰ মুকলি কৰে এইকথা দুৰবাই হয়তো বিশ্বাস কৰিছিল। তেওঁৰ মানত মৃত্যু 'অনন্ত অসীম নীৰৱতা':

"আমাৰ আগৰ আৰু পাছৰ নাওবোৰ ক'লৈ গ'ল—ক'তো অলপো চিন নাই, সেই হাঁহি, ৰং ধেমালি ক'ত, কেনিও কাৰো এবাৰি মাত শুনিবলৈ নাই, নিমাত শূন্য, এক মহান নীৰৱতা, একো বুজিব পৰা নাই। হঁায়! এই অনন্ত অসীম নীৰৱতাৰ মাজত, আমি কোন, কেনি যাম কোনে বুজাব ?···( এটি গীত )

আকৌ,

"ওখ ওখ পৰ্ব্বত শুলে, অনন্ত নীল আকাশ শুলে, অসীম বিশ্ব নিতাল মাৰি শুলে, জগত নিস্তব্ধ—প্ৰকৃতি নীৰৱ! ( কথা-বাৰ্ত্তা )

মৃত্যু অনন্ত জীৱনৰ পথ-প্ৰদৰ্শক; শ্বেলীয়ে সেইবাবেই বোধকৰো মৃত্যুক ইম্মৰটেলাইজিং উইণ্টাৰ বুলিছে। দুৰবাৰ মৃত্যু-কামনাৰ



মূলতো আছে অপাৰ্থিৱ জগতৰ সন্ধানৰ ইচ্ছা। পৃথিবীৰ প্ৰেমৰ প্ৰতি তেওঁৰ অনাস্থাৰ কাৰণ হ'ল, ই ক্ষণিক; তদুপৰি মানুহৰ অকৃতজ্ঞতাৰে পৃথিবীৰ প্ৰেম কলুষিত ( কেতেকী )। তেওঁৰ মতে পৃথিবীৰ সংজ্ঞা হ'ল :

—য'ত মানুহ ওপজে, বুঢ়া হয় মৰে আৰু য'ত ভাল পায় আৰু পাহৰে।

এনে এখন পৃথিবীত অপাৰ্থিৱ প্ৰেমৰ অন্বেষণহে সম্ভৱ, (পোহৰ), তাক পাব নোৱাৰি। দুৰ্ল্লভ প্ৰেম আৰু সৌন্দৰ্য্যৰ অদ্বৈত ৰূপ, সেই মোহিনী মূৰ্ত্তি অপাৰ্থিৱ, তাক পাব পাৰি কেৱল মৃত্যুৰ স্তব্ধতাৰ সিপাৰে। মৃত্যুৰ ইঙ্গিত কেইবাটাও কবিতাত আছে। 'বুঢ়ী' নামৰ কবিতাৰ 'নিয়তি' জনী, শেষ দেখাৰ বগা সাজ পিন্ধা নিথৰ নাৰীমূৰ্ত্তি, প্ৰকৃতি কবিতাত প্ৰকৃতিৰ পালক আৰু ৰুদ্ৰমূৰ্ত্তি ( যাক ঈশ্বৰ বুলিও ক'ব পাৰি ), 'সপোন' ত যৌৱনকো মষিমূৰ কৰা শুভাল ভয়লগা জন্তুটো, জঁটীয়া দৰীয়া বুঢ়াটোৰ দৰে থিয় হৈ থকা 'ভগা দ'ল'টো, অনন্তৰ ফালে লৈ যোৱা 'চোৰ'টো, অন্তৰ্দাহী জুই লৈ ফুলৰ বুকুত মৰা পখিলা'টো, 'প্ৰলয়'ত ভীষণ গাজনি আদিয়ে হয়তো কবিৰ মৃত্যু কামনাৰে ইঙ্গিত দিছে।

জীৱনৰ বন কাঁইটীয়া বুলি দুৰবাই ক'লেও শ্বেলীৰ দুখ আৰু তেওঁৰ দুখ একে নহয়; শ্বেলীয়ে দুখ পাইছিল সামাজিক তাড়নাৰ কাঁইটনিত, আমাৰ কবিৰ দুখ-বিষাদ সম্পূৰ্ণ ব্যক্তিগত। দুৰবাৰ দুখ কীট্‌চৰ জীৱনৰ জ্বৰো নহয়। শ্বেলীৰ বৌদ্ধিক প্ৰেমৰ লগতো আমাৰ কবিৰ প্ৰেম তুলনীয় নহয়, কিয়নো দুৰবাৰ কোনো বৌদ্ধিক প্ৰেৰণা নাই। আৰ্টে জীৱনৰ ক্ষণিকতাক অমৰত্ব দিয়ে—কীটচ্‌ৰ এই ধাৰণাৰ পৰাও দুৰবা আঁতৰত। তেন্তে দুৰবাৰ বক্তব্য কি?

সূৰ্য্যমুখী ফুলৰ দৰে কবি প্ৰেমৰ সাধনাত ব্যৰ্থ হ'ল। সামাজিক বাধা নাইবা মানুহৰ অকৃতজ্ঞতাৰ বাবেই এই ব্যৰ্থতা আহিল। 'এহালি পাৰ'ৰ দৰে ৰক্ত-মাংসৰ মানুহে সুখে দুখে লগ বিচাৰে; আমাৰ কবি

কিন্তু আজীৱন নিঃসঙ্গ হৈ ৰ'ল। নিঃসঙ্গতাৰ দুখত তেওঁৰ অন্তৰ দগ্ধ (এপাহি গোলাপ)। এই দুখৰ পৰা মুক্তি পাবলৈকে তেওঁ কবিতাৰ আশ্ৰয় লৈছিল; আচৰিত কথা এই যে, একেটা 'মুড'তে তেওঁ কবিতা ৰচনা কৰি গ'ল, যুগৰ বুকুৰেদি পাৰ হৈ যোৱা ৰাজনৈতিক বা অৰ্থ-নৈতিক ধুমুহা, বয়সৰ আঁচোৰ দেশ-বিদেশৰ কাব্যচৰ্চ্চা একোৱেই তেওঁৰ 'মুড'ৰ সলনি কৰিব নোৱাৰিলে। তেওঁৰ কবিতা ব্যক্তিগত বিফলতাৰ 'চাৱলিমেশ্যন' হৈ ৰ'ল। সেইবাবে তেওঁৰ কবিতাসমূহৰ ঘাই আকৰ্ষণীয় বস্তু হ'ল তাৰ স্বপ্ন সুষমা; তেওঁ জীয়াই আছিল স্বপ্ন ৰাজ্যত, ইয়াৰ বাবে তেওঁক আমি "জীৱন-পলাতক" আখ্যাও দিব পাৰোঁ। এনে কবিতাৰ মাজত ইন্দ্ৰিয়স্পৰ্শবোধহীন মুক্তিৰ ইঙ্গিতহে পোৱা যায়, জীৱনবোধ তাত অনুপস্থিত। ইয়াৰ বাবে সাগৰপৰীয়া ৰোমাণ্টিক চেতনা দায়ী, কিন্তু তাতোকৈ বেছি দায়ী কবিৰ ৰুচি, মানসিক আলস্য, আৰু সমকালীন সমালোচনা।

কবি নিবৰ হৈও সমাজ-সচেতন হ'ব পাৰে; ডুৱৰাৰ পথ নিবৰ-নিঃসঙ্গ যদিও তেওঁ আজীৱন ব্যস্ত হৈ ৰ'ল "অতীতৰ স্মৃতি লৈ।" অতীতৰ ব্যৰ্থ প্ৰেমৰ স্মৃতিৰ শ্মশানত তেওঁ ম্ৰিয়মানঃ

"অন্তৰ জ্বলোৱা ছবি অতীতৰ স্মৃতি লই
বুকুৰ তেজেৰে আছে অন্তৰতে গঁথা। (শূন্য পৰিচয়)

'এটি বুঢ়া মানুহ'ত ইয়াৰ প্ৰতিধ্বনি আছেঃ

"তোমাৰ অন্তৰৰ চকু মুকলি কৰা, অতীতৰ স্মৃতিবাটত তোমাৰ জীৱনক তুলি ধৰি নিজক বুজিবলৈ চেষ্টা কৰা; বহিৰ্জগতৰ পৰা অন্তৰ্জগতলৈ সোমাই তোমাৰ জীৱনক তোমাৰ হাতত থকা সচাৰ কাঠিৰে মুকলি কৰা।..."

এই অন্তৰ্জগত তেওঁৰ কবিতাৰ স্বপ্নৰাজ্য; ইয়াৰ পৰা কবিৰ ব্যক্তিগত উজ্জীৱন হ'ল সঁচা, কিন্তু বাণী কাকতিয়ে কোৱাৰ দৰে তেওঁৰ কবিতা "বিশ্ব-জীৱন ৰচনাৰ উপাদান' নহ'ল।



জীৱনক তেওঁ কেনেদৰে চাইছে তাক আমি 'জীৱনৰ দান' কবিতাৰ পৰাই বুজিব পাৰোঁ। জীৱন এটি পোহৰ, তাৰ কাম দূৰ সুদূৰৰ বাট উজলাই দিয়া। এই পোহৰ হাতৰ মুঠিত থকা বস্তু নহয়। ইয়াৰ অৰ্থ কি? শ্বেলীৰ 'দি ডিজায়াৰ টু চম্‌থিং অফাৰ্ ফ্ৰম্ দি স্ফিয়েৰ অব্ আৱাৰ চৰ'—এই উক্তিৰ প্ৰতিধ্বনি নে কি? সম্ভৱ ইয়াত 'দূৰ সুদূৰৰ' অৰ্থ স্বপ্নময় সুন্দৰ; তাৰ আশাতে তেওঁ ৰৈ থাকে। এই কথাৰ সমৰ্থনত তেওঁৰ কবিতাৰ এটি স্তৱক উদ্ধৃত কৰিব পাৰিঃ

"সৰগ-মৰত থাকে একে থিৰে চাই
সময়ৰ সোঁত বলি যায়,
কেতিয়ানো সুন্দৰৰ মধুৰ পৰশে
কাষ চাপি লবহি চপায়। (এটি উৰি যোৱা ৰাজহাঁহলৈ)

এই সুন্দৰেই সোণবৰণীয়া দেশ; এই খন 'আচৰিত দেশ';—পৃথিৱীৰ পৰাজয় আৰু ব্যৰ্থতা ইয়াত জয়ৰ গৌৰৱেৰে বিমণ্ডিত হয়। সংসাৰৰ বেচা কিনা পাহৰি ব্যৰ্থতাৰ চকুলো লৈ পৰাজয় বৰণ কৰা কবিৰ দুখ তাত সুখ হৈ দেখা দিয়ে। ই ব্যথা-পীড়িত আত্মাৰ মুক্তি স্বপ্ন মাথোন। 'মোৰ লগৰীয়া'ত কবিয়ে অমূৰ্ত্ত প্ৰেমৰ সঙ্গ-সুখ উপভোগ কৰিছে। এই প্ৰেমেই তেওঁৰ কল্পনাৰ 'দেবী', প্ৰেম আৰু সৌন্দৰ্য্যৰ অদ্বৈত ৰূপেৰে উজ্জ্বল এটি স্বপ্নময় সত্তা।

কবি সংসাৰত থাকিও বৰাগী। 'সীমায়ো দিয়েহি ধৰা'ত এই বৰাগীৰ উল্লেখ আছে। বৰাগী জনৰ অন্ধতা আৰু বধিৰতাৰ অৰ্থ সম্ভৱতঃ পাৰ্থিৱ প্ৰেম আৰু সৌন্দৰ্য্যৰ প্ৰতি বিৰাগ। এনে বিৰাগ লৈ বৰাগী জনে গীত জোৰে আৰু অনন্তৰ অনন্ত সঙ্গীতৰ উমান পায়ঃ

'মই এই টোকাৰী লৈ গীত গাওঁ—বতাহৰ ছেৱে ছেৱে ঢৌ তুলি মোৰ গীত ওপৰলৈ উঠি অনন্ত সঙ্গীত-তৰঙ্গত মিহলি হৈ মোৰ অন্তৰত বাজি উঠে—সীমাৰ শেষ অসীমত সঙ্গীতৰ শেষ সেই সঙ্গীত-তৰঙ্গ ত

যি জগতত আবহমান কাল চলি আৰু চলি থাকিব,—শুনাই শুনিব, বুজাই বুজিব।”

কবিৰ অপাৰ্থিৱ স্বপ্নময় ৰাজ্যত অনন্তৰ সঙ্গীত-গুঞ্জন অহৰহ চলিছে, তথাপি সি অধৰা। সসীম পৃথিৱীত দুখৰ শিকলিত কবি আৱদ্ধ, কবিৰ মুক্তি নাই। মানুহে অসীমৰ ৰহস্য উদঘাটনৰ আশা আকাঙ্ক্ষা পুহিলেও তাক সীমাবদ্ধ জ্ঞানেৰে পৃথিৱীত সম্পূৰ্ণভাৱে পূৰণ কৰিব নোৱাৰে। সেই বাবেই ‘মিউজিক অব্ দি স্ফিয়েৰ’ তেওঁ শুনিছে,—তাতে তেওঁৰ মন নিবিষ্ট। দুৰবাৰ বাবে সম্ভৱতঃ ইও সোণবৰণীয়া দেশৰে নামান্তৰ।

ভাবৰ ঘাই সুঁতিৰ লগত মিল নথকা কেইটিমান কবিতাও উল্লেখ কৰিব পাৰি। মোৰ শেষ পাঠ, জীৱনৰ সাঁতোৰ, চহকী মানুহ, মগনিয়াৰ, উৎসাহ, কবি আৰু দাৰ্শনিক আদি এই শ্ৰেণীৰ কবিতা। মাতৃভাষাৰ প্ৰতি অনুৰাগ, দৰিদ্ৰৰ আন্তৰিকতা, আত্মনিৰ্ভৰশীলতা, বিপদ বিঘিনি অতিক্ৰম কৰাৰ প্ৰচেষ্টা, কবিতা আৰু দৰ্শনৰ সমন্বয় আদি ভাবৰ ব্যঞ্জনা এইবোৰত কৰা হৈছে। এনেবোৰ কবিতাৰ মূল বিদেশী যেন অনুমান হয়। সেই দেখি এইবোৰ তেওঁৰ ঘাই ভাব-ভূমিৰ লগত সম্পৰ্কহীন।

কথা-কবিতাৰ প্ৰকাশৰীতিৰ স্বকীয় বৈশিষ্ট্য মনকৰিবলগীয়া। ইয়াত অমূৰ্ত্তৰ মূৰ্ত্ত চিত্ৰন, সপোনক উপস্থাপনৰ মাধ্যম হিচাবে গ্ৰহণ, মনুষ্যতৰ জীৱ জন্তু আৰু নিৰ্জীৱ পদাৰ্থৰ কথাৰাৰ্ত্তা—এনেবোৰ বৈশিষ্ট্য লক্ষণীয়। কেতিয়াবা লোকগীতৰ ফুলকোঁৱৰ, ফুলকুঁৱৰীকো অনা হৈছে, কেতিয়াবা আকৌ দেৱতা, মহাকাশ আদিক চৰিত্ৰৰূপে দাঙি ধৰি বিষয়বস্তুত ৰহস্যময়তা আৰোপ কৰা হৈছে। চৰিত্ৰবোৰৰ ব্যৱহাৰৰ পৰাও কবিৰ ৰোমাণ্টিক স্বপ্নময়তাৰ আভাস পাব পাৰি। দুৰবাৰ কবিতাত নিসৰ্গ চেতনা আছে কিন্তু সি অগভীৰ। টুৰ্গেনিভৰ বাহিৰেও ফৰাচীদেশত ঊনৈশ শতিকাত এলয়চিয়াচ বাৰ্ট্ৰেণ্ড (Aloysius Bertrand) নামৰ এজন কবিয়ে লিখা কবিতাকো সেই



দেশৰ সমালোচকে আচহুৱা গদ্য কবিতা বুলি অভিহিত কৰিছে। তলত তেওঁৰ এটা কবিতাৰ দুটা স্তৱক মাত্ৰ অনুবাদ কৰি ( সাৰ্থক অনুবাদ নহবও পাৰে ) কথা কবিতাৰ ভাষাৰ এটি চানেকি দাঙি ধৰিব খুজিছোঁ।

“নৰক—নৰক আৰু সৰগ—বিষাদৰ আৰ্ত্তনাদ! হৰ্ষৰ কল্লোল! অভিশপ্তৰ কলঙ্ক! জাকত-জিলিকা সকলৰ কীৰ্ত্তি! অসুৰে উভালি পেলোৱা পাহাৰৰ শালগছৰ দৰে মৃতৰ আত্মা। দেৱদূতে সংগ্ৰহ কৰা উপত্যকাৰ ফুলৰ দৰে মৃতৰ আত্মা!

বেলি, আকাশ, পৃথিবী আৰু মানুহ—সকলোৰে সৃষ্টি হ’ল—সকলোৰে ধ্বংস হ’ল। এটা কণ্ঠই শূন্যতাক কঁপাই তুলিলে! উজ্জ্বল জেরুজেলেমৰ দুৱাৰৰ পৰা সেই কণ্ঠত ধ্বনিত হ’ল, বেলি ?—”

এইয়া কবিতাৰ ভাষা, গদ্য হলেও ই ব্যঞ্জনাময়।

দুৰবাৰ কবিতাৰ ভাষাত এনে অপূৰ্ব্ব ব্যঞ্জনাময়তা নাই। ফৰাচী কবিৰ কাব্যিক পদ্যৰ ৰমণীয়তা টুৰ্গেনিভতো আছে বুলি কোৱা টান। দুৰবাৰ কবিতাত মিতভাষণৰ অভাৱেও ভাষাৰ সৌন্দৰ্য্য হানি কৰিছে, আৰু তাৰ ফল স্বৰূপে ঠায়ে ঠায়ে প্ৰগাঢ়তাও নষ্ট হৈছে। তথাপিও কথা-কবিতাৰ গদ্য মনোহৰতা অসমীয়া সাহিত্যৰ সম্পদ হৈ থাকিব। ইয়াৰ প্ৰাঞ্জল আৰু প্ৰসাদগুণ সম্পন্ন ব্যঞ্জনাময় ৰচনা-ভঙ্গী মনোৰম চিত্ৰৰ দৰে আকৰ্ষণীয়। ব্যৰ্থপ্ৰেমৰ তাড়নাত চকুলো টুকি স্বপ্ন-সুষমাৰে মানস-প্ৰতিমা গঢ়া এই কবিজন জীৱন বিমুখী হব পাৰে, কিন্তু তেওঁৰ কথা-কবিতাৰ ৰচনা-ৰীতি কাব্যমোদীৰ বাবে সদায় তৃপ্তিকৰ হৈ থাকিব।

সকলো-দেশৰে কাব্য-আন্দোলনৰ ইতিহাস চালি জাৰি চালে দেখা যায় যে কবি-জগতৰ উৎস-ভূমিত থাকে সমকালীন জীৱন-বোধ আৰু ঐতিহাসিক চেতনা। অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্মলগ্নত দেশৰ জীৱনৰ লগত জড়িত কোনো সমস্যাই কবিসকলৰ মনত গভীৰ ৰেখাপাত কৰা নাছিল। এই কথা দুৰবাৰ ক্ষেত্ৰতো প্ৰযোজ্য।

নিজস্ব ভাৱলোক কাল-চেতনা অথবা গভীৰ জীৱন-বোধেৰে উদ্ভাসিত হোৱা হলে ডুৰবা কালোত্তীৰ্ণ কবি হলহেঁতেন। ৰোমান্টিক কবিতাত প্ৰথমে যি বাস্তৱবোধ আছিল, শেহলৈ সি ক্ৰমে নাইকিয়া হ'ল আৰু সম্পূৰ্ণভাৱে আত্মকেন্দ্ৰিক হোৱা বাবে নিজৰ সৃষ্টিৰ জালত নিজেই স্থবিৰ হৈ পৰিল। বাস্তৱ-বোধৰ অভাৱৰ বাবেই ডুৰবাৰ কবিতাত 'মুড'ৰ সলনি নহ'ল। সেইগুণে আধুনিক জিজ্ঞাসু মানসৰ বাবে ডুৰবা কাব্যৰ ভাৱ-বস্তুৰ আবেদন প্ৰায় শূন্য বুলি কলেও অত্যুক্তি নহয়।

# যতীন ডুৰবাৰ প্ৰতি এটি শ্ৰদ্ধাঞ্জলি

## ডঃ হীৰেন গোহাঁই

অলপ দিনৰ ভিতৰতে এজন এজনকৈ বিগত পৌৰুষৰ কেই-বাজনো কৃতী অসমীয়াই দেহ ত্যাগ কৰিলে। লগে লগে বৰ্ত্তমান কৰ্ম্মক্ষেত্ৰত প্ৰবিষ্ট হোৱা নবীনসকলে তেওঁলোকৰ অসহিষ্ণু ক্ষোভ, বিৰক্তি আৰু ঔদাসিন্য নেওচা দি, সেই সকল পূৰ্ব্বসূৰীৰ সকলো সাময়িক দুৰ্ব্বলতা, আপোচ আৰু আলস্য পাহৰি তেওঁলোকৰ কীৰ্ত্তি আৰু মাহাত্ম্যৰ যথাযথ স্বীকৃতিৰ বাবে প্ৰস্তুত হৈছে। বিগত পৌৰুষৰ বহু আধা-ডুখৰীয়া কাম আৰু বহু দ্বিধাৰ বিৰুদ্ধে বৰ্ত্তমানৰ পৌৰুষৰ বিদ্ৰোহ কোনো কালাপাহাৰী মাৰ্গৰ চিন নহয়। গতিশীল সমাজত বয়ঃপ্ৰাপ্তিৰ এটা স্তৰত পিতৃ-পিতৃব্যৰ বিৰুদ্ধে বিদ্ৰোহ নিতান্ত স্বাভাৱিক, এনেকি প্ৰয়োজনীয়। কিন্তু এই অসন্তোষ আৰু বিদ্ৰোহৰ পৰৱৰ্ত্তী কালডোখৰত সংযত আৰু শান্ত চিন্তাৰ সময় আহে ঃ যিসকলৰ ভয় আৰু ব্যৰ্থতাৰ নিন্দাৰে ঢোল-দগৰ বাই আমি আমাৰ জীৱনৰ নানা ফাক মুখৰ কৰি ৰাখিছোঁ, সেই সকলৰ সিদ্ধি আৰু সাফল্যৰ তুলনাত আমি নিজে কিমান সহৃদয় অধ্যৱসায় আৰু ঐকান্তিক এষণাৰ স্মৃতিচিহ্ন ৰাখি যাব পাৰিম? প্ৰকৃততে এই চিন্তাই বিবেকবান ব্যক্তি মাত্ৰৰে ৰাজহাঁড় কঁপাই দিব পাৰে। অতীতৰ তুলনাত বৰ্ত্তমানৰ সাহিত্যিক সকলৰ ৰচনাৰ সমৃদ্ধি প্ৰকৃততে সংখ্যাধিক্যজনিত নে বিচাৰভিত্তিক, ভাবিলে এক অস্বস্তি জন্মিব।

অৱশ্যে এই অস্বস্তি সকলোৰে মাজত দেখিবলৈ আশা নকৰোঁ। সাহিত্যসাধনাৰ আদৰ্শৰ প্ৰতি এটা ভাবপ্ৰৱণ আনুগত্য ৰাখিলেও

প্ৰায় অসহায়ভাৱে লক্ষ্য কৰিছোঁ বৰ্ত্তমানৰ বেপাৰী সভ্যতাৰ ঢৌৱে কিদৰে বেলাভূমিৰ বাদামৰ চোকোৰা, খালি বটল, চিগাৰেটৰ পেকেট আৰু নানা জাহি-জাবৰৰ দৰে আমাৰ সাংস্কৃতিক উপকৰণসমূহ নচুৱাবলৈ আৰম্ভ কৰিছে। এনেকি নৱজীৱনৰ সূচনাৰ বাবে যিবোৰ সৰঞ্জাম আমাৰ হাতত আহি পৰিছেহি সেইবোৰৰ প্ৰয়োগ আমি কি ভাবেই যে কৰা নাই! যৌন প্ৰবৃত্তিৰ স্পষ্ট স্বীকৃতিৰ পৰা লৰেন্সৰ দৰে গভীৰ জীৱনবোধ—আধুনিক জগতৰ ব্যাপক মুদ্ৰাস্ফীতিৰ পৰা জীয়াই থকাৰ, কষ্ট কৰাৰ আৰু কষ্ট সহাৰ আকাঙ্ক্ষাক মুক্ত কৰিবলৈ তেওঁৰ আপ্ৰাণ চেষ্টা—আমি আহৰণ কৰিব পৰা নাই। বৰং বজৰুৱা চিনে'মাৰ দৰে যৌনসম্পৰ্কৰ পুঙ্খানুপুঙ্খ সম্মোহনজনক বিৱৰণৰ দ্বাৰা আমি যৌনশক্তিৰ আদিম দৈৱী মহিমা হ্ৰাস কৰিবলৈ উদ্যত হৈছোঁ। জিভাৰ জুতি বিচাৰি যেনেকৈ চীনা বা ইটালিয়ান ভোজনাগাৰত সোমাওঁ, সেইদৰে যৌনপ্ৰবৃত্তিৰ ক্ষুদ্ৰ ক্ষুদ্ৰ উত্তেজনাত আমি বিচিত্ৰ আনন্দ অনুভৱ কৰিবলৈ ধৰিছোঁহক—আধুনিকতাৰ হাৱা লগাত আমি যৌনপ্ৰতিক্ৰিয়াকো শৌচাচাৰ প্ৰভৃতি জৈৱিক প্ৰক্ৰিয়াৰ দৰে "বৈজ্ঞানিক" কৰিবলৈ চেষ্টা কৰিছোঁ। এই আসন্ন নৈৰাজ্যৰ মাজত ঐতিহ্য আৰু নিষ্ঠা ( piety ) ৰ কথা স্মৰণ কৰাটো বৰ্ত্তমানৰ ৰাজনৈতিক দোৱান মতে "অবাস্তৱ।"

কিশোৰসুলভ বীৰপূজাত মোৰ আগ্ৰহ নাই। আনহাতে শ্ৰদ্ধা আৰু আনুগত্যৰ সকলো অনুভূতি যিজন মানুহৰ মনৰপৰা অন্তৰ্হিত হৈছে তেওঁৰ দৰে করুণ নিঃস্বতা আৰু কাৰো নাই। তেনে ধৰণৰ সম্পূৰ্ণ নিৰালম্ব জীৱন বতাহৰ দৰে অবাধ আৰু উত্ৰাৱল। সেয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ ঐতিহ্য যিজন আধুনিক লেখকে সম্পূৰ্ণ আওকাণ কৰে, তেওঁৰ নিজৰ মাধ্যমতে এই অন্ধতাৰ সাক্ষ্য প্ৰচুৰ ওলাব। বিগত পৌৰুষৰ সাহিত্য সাধনাৰ কথা শ্ৰদ্ধাৰে বিচাৰ কৰি আৰু তাৰ নিভাঁজ সোণখিনি আপোন চেতনাৰ অন্তৰ্ভুৰ্ক্ত কৰি যদি আমি আগনেবাঢ়ো তেন্তে অচেতন পুনৰাবৃত্তি আৰু অস্থায়ী নতুনত্বৰে



আমাৰ ৰচনা চপচপীয়া কৰিলেও আমি স্থায়ী আৰু সৃজনক্ষম অৱদান যোগাব নোৱাৰিম।

কবি যতীন দুৱৰা লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰিয়পাত্ৰ আৰু সৌ সিদিনালৈ পঢ়ুৱৈ সমাজৰ সকলোতকৈ আদৰৰ কবি আছিল। বেজবৰুৱাৰ বিপুল আৰু বিশৃঙ্খল সৃজনীপ্ৰতিভাই অসমীয়া ভাষাৰ নানা সম্ভাৱনা মূৰ্ত্ত কৰি থৈ গ'ল—গহীন অথচ নিয়ঁাৰি গন্তৰ ঠঁাচৰ-পৰা সহজ আৰু ঘনিষ্ঠ আলাপৰ ভঙ্গীলৈ তেওঁৰ ৰচনাত বিবিধ আদৰ্শনীয় ৰীতি দৃষ্ট হয়। কিন্তু কোনো এটা অনুভূতিৰে গভীৰতম অনুৰণন তেওঁ ঐকান্তিকভাৱে অনুসৰণ নকৰিলে। তেওঁৰ "জয়মতী" নাটৰ ডালিমী ৰোমাণ্টিক জীৱনাদৰ্শৰ—দ্বন্দ্বহীন, পূৰ্ণপ্ৰস্ফুটিত, স্বচ্ছন্দ আৰু তৰঙ্গায়িত জীৱনৰ—স্মৰণীয় কল্পৰূপ। কিন্তু এই কল্পনাৰ সাৱলীলতা সত্ত্বেও সি আমাৰ হৃদয়ৰ অন্তৰতম প্ৰদেশত প্ৰৱেশ নকৰে। কাৰণ দিনৰাতি, বগা-কলা'ৰ বৈষম্যই যিদৰে পৰস্পৰৰ শক্তিবৰ্দ্ধন কৰে সেইদৰে দুখবোধ আৰু আনন্দানুভূতিয়েও পৰস্পৰৰ সান্নিধ্যপৰা বল পায়। বেজবৰুৱাৰ ৰচনাৱলীত স্ফূৰ্ত্তিৰ যি অফুৰন্ত নিজৰাৰ কল্লোল শুনা যায় তাৰ পটভূমিত জীৱনৰ নানা গভীৰ বিষাদ আৰু সংঘাতৰ অনুপস্থিতিহেতুকে সি আমাক সত্তাৰ শিপালৈকে জোকাৰ খুৱাব নোৱাৰে। চিন্তাক্লীষ্ট গদাপাণিৰ বাবে ডালিমী সাধাৰণ জীৱনৰ নিয়মৰ বহিৰ্ভূত এখনি প্ৰতিমা। বেজবৰুৱাৰ ৰচনাত এনে আনন্দ কাচিৎহে অনুভৱ কৰা যায়, যি আমাৰ অশ্ৰু উদগত কৰিব পাৰে। আনহাতে চন্দ্ৰকুমাৰ আগৰৱালাৰ "তেজীমলা" নামৰ অনুপম সৃষ্টিতে তেজীমলাৰ স্বাধীনতা ঘোষণাৰ অন্তৰালতে মানৱ সংসাৰৰ শঠতা আৰু নীচতাৰ বিষাদ অনুভৱ কৰিব পাৰি :

আজি পুৱা বেলি হাঁহি চকু মেলি
পঠালে বাতৰি কিবা ;
চিকুণ নাওখনি আশাৰে উজলি
আহিছে উজাই বা।

মানুহৰ নাও    মানুহৰ ভাও
দেখিযে লাগিছে ভাল ;
মানুহ মিতিৰ    বৰ মৰমৰ
পাতিছে কিহৰ জাল ?

আশাৰ আনন্দ ক্ৰমাৎ কিদৰে অৱজ্ঞাৰ ভ্ৰূকুটিত পৰিণত হৈছে মন কৰিব লগীয়া। ("তেজীমলা" কবিতাৰ এই অপেক্ষাকৃত জটিল সংগঠন অসমীয়া কবিতাত বিৰল ) তেজীমলাৰ আনন্দ ডালিমীৰ দৰে স্মৃতিভাৰ শূন্য আৰু উচ্ছল নহয়।

যতীন দুৰবাৰ জীৱনকালতে আকাঙ্ক্ষা আৰু অধ্যৱসায়ৰ জয়গানে প্ৰায়বোৰ ভাৰতীয় কবিৰ কাব্য ধ্বনিত কৰিছিল। ভাৰতবৰ্ষৰ জাতীয় জাগৰণৰ কালত আত্মকেন্দ্ৰিক ব্যক্তিমানসৰ নিঃসংগতা আৰু ব্যথা প্ৰায় অভাৱনীয়। কিন্তু দুৰবাৰ প্ৰায়বোৰ কবিতাতে কৰ্ম্ম, সংগ্ৰাম আৰু আকাঙ্ক্ষাৰ প্ৰতি এক অপাৰ ঔদাসিন্য। দুৰবাই যে সদায় নৈৰাশ্যৰ অন্ধকাৰ পছন্দ কৰিছিল তেনে নহয়—কিন্তু জীৱনৰ ব্যাপক ৰূপ সম্পৰ্কে তেওঁৰ ধ্যানধাৰণা আছিল সমসাময়িক বহু প্ৰতিনিধিস্থানীয় কবিৰ বিপৰীত। জীৱন তেওঁৰ বাবে ব্যক্তিজীৱনৰ বিচৰণক্ষেত্ৰ নহয়, কাৰাগাৰ। বিশ্বসংসাৰ তেওঁৰ বাবে ব্যক্তিমনৰ আশা-আকাঙ্ক্ষা চূৰমাৰ কৰা নিৰ্ম্মম নিয়তি। "বনফুল"ৰ পাতনিত স্বৰ্গীয় বিৰিঞ্চি কুমাৰ বৰুৱাই নাৱৰীয়াৰ প্ৰতি কবিৰ আহবানক ঐতৰেয় ব্ৰাহ্মণত থকা ইন্দ্ৰদেৱতাৰ নিৰ্দ্দেশৰ লগত তুলনা কৰিছে ঃ চৰৈৱতি, চৰৈৱতি। কিন্তু সদায় সোঁতৰ মুখত নাও এৰি দিয়া দুৰবাৰ আহ্বানৰ তাৎপৰ্য্য সম্পূৰ্ণ অন্যজাতৰ। সি বিশ্বাস আৰু অভিযাত্ৰী প্ৰেৰণাত দৃপ্ত নহয়, বৰং অনিবাৰ্য্য সংসাৰচক্ৰৰ পৰিবৰ্ত্তন নিৰ্ব্বিবাদে স্বীকাৰ কৰি লবলৈ মানুহৰ প্ৰতি এক দৈববাদী ইঙ্গিত। দুৰবাৰ নদীখন বস্তু চৰাচৰৰ অনিত্যতা আৰু ক্ষণিকতাৰ প্ৰতীক—ই যেন বৌদ্ধ দৰ্শনৰ flux.

দুৰবাৰ কৰ্ম্মবিমুখতা এক কোমল, স্পৰ্শকাতৰ মনৰ বৈৰাগ্য।



কিন্তু এই প্ৰতিক্ৰিয়াৰ ভিত্তি কৰ্ম্মমুখৰ সংসাৰৰ কোনো অভিজ্ঞতা বা উপলব্ধি নহয়। সেয়ে কৰ্ম্মযোগৰ কোনো বুদ্ধিপ্ৰসূত সমালোচনা বা ব্যঙ্গ দুৰবাৰ কাব্যত অদৃশ্য। জীৱনীকাৰে আমাক খবৰ দিয়ে যে দুৰবাৰ যৌৱনকালত তেওঁৰ প্ৰেমৰ অৰ্ঘ্য অৱহেলিত হোৱা বাৱেই তেওঁৰ এই দুখ। এই ব্যৰ্থতাৰ পঙ্কৰ পৰা আপোন সত্তাক উদ্ধাৰ কৰিবলৈ কিন্তু দুৰবাৰ উৎসাহ দেখা নগ'ল। বৰঞ্চ প্ৰেমৰ অভিযানত হতাশ হৈ তেওঁ সকলো ধৰণৰ অভিযানৰে প্ৰতি নিৰুৎসুক হৈ পৰিল। নিয়তিৰ নিৰ্ম্মমতা আৰু জীৱনৰ নিৰৰ্থকতাত তেওঁ আজীৱনকাল নিমগ্ন হৈ থাকিল। জীৱনৰপৰা তেওঁৰ আৰু এনে কোনো অভিজ্ঞতা নহ'ল যি এই বোধৰ Limitation সম্পৰ্কে তেওঁক সজাগ কৰিলে।

এইখিনিতে দুৰবাৰ চৰম ব্যৰ্থতা। ই তেওঁক প্ৰয়োজনীয় আত্ম-সমালোচনা আৰু এষণাৰ পৰা নিলগত ৰাখিলে। সেয়ে জীৱনৰ পূৰ্ণাংগ বিচাৰৰ শেষ ঢাপত তেওঁ ভৰি দিব নোৱাৰিলে। নিৰলাত বহি সকলো আহুকলীয়া সংস্পৰ্শৰপৰা কাছৰ দৰে ঠেং-মূৰ বচাই তেওঁ বেদনাৰ সুৰ বজাই সময় কটালে। এই সুৰ মধুৰ, মাজে মাজে মৰ্ম্মস্পৰ্শী—কিন্তু দুৰ্ব্বল আৰু কুহুমীয়া। ই মানসিক আৰু ইন্দ্ৰিয় আলস্যৰ লক্ষণ। এইবাবেই দুৰবাৰ কবিতাত ইন্দ্ৰিয়ানুভূতিৰ তীব্ৰতা নাই, দুৰবাৰ ভাষাৰ বিন্যাসত (texture) ঘনত্ব নাই। এইবাবেই প্ৰথাগত আৰু নতুনত্বহীন শব্দ আৰু উপমাৰ প্ৰতি তেওঁৰ লক্ষণীয় দুৰ্ব্বলতা। এইবাবেই জোৰা-তালিমৰা শব্দ তেওঁৰ কাব্যত প্ৰচুৰ। কাৰণ তেওঁৰ প্ৰধান লক্ষ্য আবেগপ্ৰকাশ, কল্পনা-প্ৰয়াস নহয়।

তথাপি তেওঁৰ বিশেষ ক্ষেত্ৰত দুৰবাৰ অধিকাৰ সন্দেহাতীত। সমসাময়িক বহুত কবিতাৰ বিফল শব্দঝংকাৰে আমাক আমুৱায়—সেই শব্দসংগ্ৰহে কোনো বিশেষ অনুভূতি আমাৰ মনত মূৰ্ত্ত কৰি নোতোলে। কিন্তু দুৰবাৰ শ্ৰেষ্ঠ কবিতাত তেখেতৰ যি "আপোন সুৰ" ফুটি উঠিছে সি নিভাঁজ বস্তু। সংগ্ৰামী মানৱ-সত্তাৰ চিৰন্তন পৰিস্থিতিৰ এক বিশেষ দিশ তেওঁ গভীৰভাৱে অনুভৱ কৰিছে। সেই

অনুভূতিৰ প্ৰকাশৰ চেষ্টাত তেওঁ তেওঁৰ আত্মকেন্দ্ৰিকতাৰ বন্দীশাল বাৰে বাৰে এৰি আহিছে। তাৰ ঠেক পৰিসৰৰ মাজত তেওঁৰ বুদ্ধি আৰু বিশ্লেষণশক্তি কিছুদূৰ সক্ৰিয়। ("এই বাটে নাহিবাঁ ডুনাই" কবিতাৰ বিভিন্ন কল্পচিত্ৰৰ সংগঠন আৰু স্থাপনত তাৰ প্ৰমাণ মিলে।) "ওমৰ তীৰ্থ"ৰ পাতনিত ডুৱৰাই মন্তব্য কৰিছে: কিন্তু সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণস্পৰ্শী তীব্ৰ করুণ সুৰ। এই সুৰ শুনি মানুহ চমক খাই ৰয়, ভাবে যেন ক'ৰবাত শুনিছে আৰু বাহিৰৰ জঞ্জাল নিস্তব্ধ হ'লেই নিজৰ প্ৰাণতে এই সুৰ বাজি উঠা শুনে" প্ৰেম, স্বাৰ্থ-ত্যাগ, কৰ্ত্তব্যবোধ প্ৰভৃতিক জঞ্জাল বুলিবলৈ বহুতে টান পাব। কিন্তু নিঃসন্দেহে এই still sad music of humanity চিন্তাপ্ৰৱণ মানুহমাত্ৰৰে কাণত এদিন নহয় এদিন পৰিছে। ডুৱৰাৰ কাব্যতো তাৰেই দূৰতম প্ৰতিধ্বনি শুনা যায়।

অভিজ্ঞতাৰ দ্বন্দ্ব আৰু সংঘাত যুযুৎসু মনোবৃত্তিৰে অতিক্ৰম নকৰি ডুৱৰাই একধৰণৰ মানসিক সংগঠনৰ দুৰ্গত আশ্ৰয় লৈছে—এনে সংগঠনৰ অবিহনে তেওঁ নিৰাপদ বোধ কৰিবলৈ অক্ষম আছিল। এই সংগঠন হ'ল সংসাৰৰ নানান আহুকাল, আশংকা আৰু বিপদৰ প্ৰতি এক উদাস মনোভাৱ। এই ধৰণৰ তথাস্তুবাদত Charles Lambৰ নিবন্ধসমূহৰ দৰে এক কাৰুণ্যৰ ফল্গুধাৰা প্ৰবাহমান। কিন্তু ট্ৰেজিডিৰ দ্বন্দ্বকম্পিত বিষাদৰ বল তাত নাই:

সকলো সামৰি লই বুকুৰ মাজত
বাটকৰা যায় বহুদূৰ,
ঘনে ঘনে অভিমানী অন্তৰ কঁপাই
বাজি উঠে আপোনাৰ সুৰ।

সুখ-দুখ, সাফল্য-ব্যৰ্থতা, আশা-আশংকাৰ ভূমিকৰ্ষণ কৰি জীৱনৰ ফচল ফলাবলৈ কবিৰ উদ্যমৰ অভাৱ। বৰং বাটকৰাৰ দৰে জীৱনৰ



বিচিত্ৰ অভিজ্ঞতাৰ মৃদু কঁপনিৰ আমেজ অনুভৱ কৰি কৰি সদায় দূৰণিলৈ আঁতৰি আহিব খোজে। এই পলায়নৰ মাজত প্ৰচ্ছন্ন হৈ আছে সংসাৰ-সংগ্ৰামৰ প্ৰতি কবিৰ বিশিষ্ট প্ৰতিক্ৰিয়া। সংগ্ৰামস্থল পৰিত্যাগ কৰা বাবেই কবিৰ মন্ময় চিন্তাত সংগ্ৰাম আৰু বাস্তৱ হৈ থকা নাই। বৰং সি দুখজনক মায়া মৰীচিকাৰ ৰূপ লৈছে:

পাৰোতেনো কওঁ বেজাৰেৰে
সমুখত মায়াৰ দাপোণ,
ছঁয়াময়া পুতলাৰ নাচ
সপোনতে দেখিছোঁ সপোন।
(সোণোৱালী বালিৰ এমুঠি।)

এই সুযোগতে জীৱনৰ ক্ষণিকতা, সুখদুখৰ অলীকতা আৰু অনিত্যতাৰ বিষয়ে কবিয়ে বহু আপ্তবাক্য আওৰাইছে। কবিৰ আদৰ্শ জীৱনৰ প্ৰতীক পখিলা সংসাৰৰ বিষাদ বিননিৰ পৰা মুক্ত, ব্যৰ্থতাৰ বিষস্মৃতি আৰু অপ্ৰাপ্তিৰ হুমুনিয়াহ তাৰ অপৰিচিত:

আকাল ভৰাল মোৰ নাই অকণিকে
নাই মোৰ কোনো লগৰীয়া।

কিন্তু মানুহৰ জীৱনত এনে আনন্দময় স্বয়ংসম্পূৰ্ণতা অভাৱনীয় নানাতৰহৰ ঠেলা-হেঁচা বা টনা-আঁজোৰাত সি ব্যতিব্যস্ত। সেয়ে নাৱৰীয়া আৰু বাটকৰাৰ কণ্ঠও বেদনাবিধুৰ:

সময়ৰ প্ৰতিশোধ, কোনে বাধা দিব?
জগতত অকলশৰীয়া,
যাওক উটি যেনি তেনি সোঁতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া।
(অতীতক নাযাবা পাহৰি)

প্ৰবল মনৰ সোঁত ঠেলিব নোৱাৰি হাঁয়
ল'ৰিছোঁ সদায় মই কিহৰ পাছত ;
কেতিয়া পৰিব ওৰ দীঘলীয়া যাত্ৰা মোৰ
চাপিব কেতিয়া তৰী জুৰণি ঘাটত ? ঃ
( নাৱৰীয়া )

"নিজান দেশ"ৰ আকৰ্ষণ আৰু একো নহয়, দ্বন্দ্বমুখৰ সংসাৰৰ যন্ত্ৰণাৰ পৰা পলায়নৰ চেলু। অন্যান্য কবিৰ ৰচনাত পাৰমাৰ্থিক অভিজ্ঞতাৰ শক্তি ইমান জাগ্ৰত যে মায়াময় সংসাৰৰ বিকল্পহিচাবে তেওঁলোকে আন এখন সংগ্ৰামমুখৰ জগৎ সৃষ্টি কৰে। ডুৰবাই কিন্তু য'তেই ধৰ্ম্মীয় আবেগ প্ৰকাশ কৰিছে ত'তেই জুৰণি আৰু সমাপ্তিৰ প্ৰতি তেখেতৰ মোহ কোনো যথাৰ্থ উপলব্ধিৰ আগ্ৰহতকৈ প্ৰবল যেন দেখা গৈছে ঃ

এতিয়া বুৰিল বেলি তোমাৰ বীণত
বাজে ধীৰে মৰণৰ সুৰ—
জীৱনৰ সন্ধ্যাবেলা আহাঁ কাষলই
সেই সুৰ হক সুমধুৰ।

"এই বাটে নাহিবা ডুনাই" কবিতাত ধৰ্ম্মৰ প্ৰতি এক সংশয়ৰ ভাবেই গাঢ় ঃ

দূৰৰ মন্দিৰ যিটো অতি আচৰিত ;
সিয়ে মাথোঁ মায়ামৰীচিকা,
নাই তাত দেৱতাৰ পূজা-আয়োজন
মিছাতেই দেখিছা জিলিকা।

সংসাৰৰ অমোঘ নিয়মৰ স্বীকৃতিতেই যৎ কিঞ্চিৎ শান্তিৰ আশা।

সমালোচকসকলৰ মতে ডুৰবাৰ কাব্যধাৰাৰ প্ৰধান উৎস প্ৰেম। এই ধাৰণাৰ বিশ্লেষণৰ প্ৰয়োজন আছে। অসমৰ ৰোমান্টিক যুগত ব্যক্তিৰ আত্মবিকাশ আৰু আত্মপ্ৰতিষ্ঠাৰ অন্যতম ঘাই সৰণি আছিল



প্ৰেম। প্ৰেমৰ অভিনৱ আঘাতে বন্ধ সমাজে গঢ়া বন্ধ হৃদয় সৰোবৰৰ পাৰ ভাঙি ব্যক্তিপ্ৰাণক গতিশীলতা আৰু প্ৰসাৰণৰ আস্বাদ দিছিল। সেয়ে প্ৰেম আছিল সেই যুগৰ অনেক কবিৰ বাবে প্ৰাণৰ পৰশমণি। কিন্তু ডুৰবাই এই সাধনাত সিদ্ধিলাভ কৰিব নোৱাৰিলে। তেওঁৰ দুখপনেয় নৈৰাশ্যবো ইয়ে কাৰণ। তেওঁৰ প্ৰেমৰ কবিতাতো এই ব্যৰ্থতাৰ সাঁচ বহিছে দকৈ। ৰোমান্টিক যুগৰ আত্মপ্ৰকাশৰ দস্তুৰমতে এই আকাঙ্ক্ষাৰ বেগ আৰু আকৰ্ষণ ডুৰবাই মুকলিমনেৰে প্ৰকাশ কৰিছে। কিন্তু প্ৰেম কেৱল আকাঙ্ক্ষা নহয়—দুই পৰিণত হৃদয়ৰ বিনিময়ত গঢ়ি উঠা জটিল সম্পৰ্ক। কেৱল আকাঙ্ক্ষাক ভিত্তি কৰি যি প্ৰেম গঢ়ি উঠে সি প্ৰায়ে অবাস্তৱ আৰু স্বপ্নভংগৰ শাস্তি প্ৰায় তাৰ নিৰ্দ্ধাৰিত। কোনো বিশেষ লক্ষ্যৰ প্ৰতি আকৃষ্ট হ'লেও প্ৰকৃত ঘনিষ্ঠতাৰ অভাৱত এই প্ৰেমে পৰিণতি লাভ নকৰে। বৰঞ্চ অতৃপ্ত আকাঙ্ক্ষাৰ হেঁচাত হৃদয়াবেগৰ সংযম আৰু সুস্থ বিকাশ অসম্ভৱ হৈ পৰে। ডুৰবাৰ কবিতাত "চেনেহৰ চুমাৰ" সংখ্যাতীত পুনৰাবৃত্তিৰ কথা বাদ দিলেও "তোমালৈ" বোলা কবিতাৰ পৰাই এই অসুস্থ অতৃপ্তিৰ চিনাকি পোৱা যায় ঃ

প্ৰাণ মোৰ পৰিছে ভাগৰি
আথেবেথে তুলি লোৱা মোক
শেষ হক তোমাৰ কোলাতে
জীৱনৰ যত দুখশোক।

× × ×

কান্দি কান্দি লাগিল আমনি
কান্দিবৰ শকতিও নাই,
তোমাৰ চেনেহী হাতখনি
চেনেহৰে দিয়াহি বুলাই।

প্ৰশ্ন উঠে ই সঁচাকৈ প্ৰেমৰ অভিব্যক্তি নে ? সৰু ল'ৰাৰ মাকৰ

প্ৰতি যি ধাৰণা, কবিৰো যদি প্ৰেয়সীৰ প্ৰতি তেনে মনোভাৱ দেখা যায়, তেন্তে সেই আবেদনত কবিপ্ৰিয়াই সঁহাৰি দিবলৈ আগ্ৰহশীল নহ'বও পাৰে! পাঠকে এনে মনোবৃত্তিক চকু ৰঙাকৈ নেচালেও বিশেষ শ্ৰদ্ধাও কৰিব নোৱাৰে। ইংৰাজ কবি শ্বে'লীৰো এই ধৰণৰ ছুৰ্ব্বলতা দেখা যায়। কিন্তু তেওঁৰ অপূৰ্ণ তৃষ্ণা কেৱল মানবীয় বাসনা নহয়, তাৰ সুদূৰ প্ৰসাৰি দাৰ্শনিক তাৎপৰ্য্য আছে—যি বাবে আমাৰ অশ্ৰদ্ধাৰ ভাব মূৰ দাঙি উঠিব নোৱাৰে।

এই বিফল অনুৰাগৰ শেষফল কোনো আত্মসমালোচনা নহয়—সেইধৰণৰ মনোবল কবিৰ স্পষ্টকৈ নাছিল। বৰং সমাজৰ প্ৰতি আৰু সংসাৰৰ প্ৰতি অপৰিমিত অভিমানেৰে কবিয়ে এই বঞ্চনাৰ এক অভিনৱ প্ৰতিশোধ লৈছে:

মানুহৰ ভাল পোৱা? আছে যদি থক;
নাই তাত মোৰ প্ৰয়োজন,
জগতক ভালপাওঁ জগততে ফুৰোঁ
সকলোটি মোৰ প্ৰিয়জন। (নাৱৰীয়া)

এই মনোভাৱৰ এটা অপেক্ষাকৃত উন্নত দৃষ্টান্ত "মৰম ভিখাৰীলৈ"। এই কবিতাৰ ভাষা আৰু প্ৰকাশভঙ্গী সংযত আৰু কাঁচৰ দৰে আটিল। সন্ধানৰ বিফলতা ইয়াত কবিয়ে অবিচলিত দৃঢ়তাৰে স্বীকাৰ কৰিছে, যদিও সেইবাবে তেওঁ জগতকে জগৰীয়া কৰিছে:

তোৰ চেনেহৰ জেউতি চৰিল
জগত উজ্জ্বল কৰি
মাথো তোৰ নিজা পাহৰণি পঁজা
ৰ'ল আন্ধাৰত পৰি।

* * *

মৰম ভিখাৰী মৰুৰ মাজত
নুফুলে চেনেহ ফুল।



ব্যক্তিগত আবেগৰ পিটনি এৰি যেতিয়াই ছুৰবাৰ কাব্যই অইন আশ্ৰয় লৈছে তেতিয়াই তেওঁৰ প্ৰতিভাৰ সম্ভাৱনাই পূৰ্ণ অবয়ৱ ধাৰণ কৰিছে। "ওমৰ তীৰ্থ" এইবাবেই ছুৰবাৰ শ্ৰেষ্ঠ কীৰ্ত্তি। অৱশ্যে এইখিনিতে আন এটা বৈশিষ্ট্য লক্ষ্য নকৰি নোৱাৰি। পৰাজয় আৰু ব্যৰ্থতাৰ অনুভৱত জ্বলিপুৰি মৰিলেও তেওঁৰ অন্তৰ তাৰ গ্লানিয়ে স্পৰ্শ কৰা নাই। হিংসা-দ্বেষ-অসূয়াৰ প্ৰভাবৰ পৰা সি মুক্ত। তেওঁৰ অন্তৰ সঁচাকৈ নিৰ্ম্মল।

অসমৰ ৰোমাণ্টিক যুগৰ অনেক কবিৰে খোৱাক বাস্তৱ অভিজ্ঞতাৰ ঠাইত কাল্পনিক অনুভূতি। সেয়ে দৈনন্দিন জীৱনসংগ্ৰামত লিপ্ত মানুহৰ ঠাইত এক নাটকীয় মানবাত্মাৰ ৰূপহে তেওঁলোকৰ কবিতাত ফুটি উঠে। এইজন মানুহে অৰ্থ উপাৰ্জন নকৰে, ৰোমাৰত নোভোগে, মানুহৰ প্ৰকৃতিগত সন্দেহ আৰু স্বাৰ্থমত্ততাৰ অকণো পৰিচয় নিদিয়ে, উদ্‌ভ্ৰান্ত প্ৰেমত বিকল হ'লেও এওঁৰ ব্যৱহাৰ সদায়ে ভদ্ৰোচিত। এওঁ মালা গাঁথি, বীণ বজাই, হুমুনিয়াহ কাঢ়ি উদাসভাবেৰে ডাৱৰলৈ চাই সময় কটায়। জুহালৰ ওচৰত বহি অতীতৰ বেদনাৰ ৰোমন্থন কৰাত এওঁ বিশেষ পাৰদৰ্শী। এনেবোৰ কবিতাই আৰু আমাক আনন্দ নিদিয়ে:

জীৱনৰ তটিনীৰ তীৰত বহোঁতে আহি,
পাহৰা পুৰণা সুৰ বতাহত ভাহি ভাহি,
পেলায় মনত যদি শুকুৱা ফুলৰ পাহি
ফুলিছিল যিটি ফুল তাহানিয়ে হাঁহি হাঁহি।
দূৰণিৰ বননিৰ বনৰীয়া ফুল তুলি
পানীত উটাই দিবা অতীতৰ স্মৃতি বুলি:
(শেষ মিনতি)

লেৰেলা ফুল, ৰাঙলী সূৰুয, শৰতৰ শেৱালি, শূন্য হুমুনিয়াহ, গোলাপৰ গোন্ধ, সন্ধিয়া সপোন, অতীতৰ মধুস্মৃতি প্ৰভৃতি শব্দমালাৰ

প্ৰচুৰ প্ৰয়োগে আৰু স্বয়ংক্ৰিয়ভাবে আমাৰ মন ভাৱাবেশত ভৰাই নোতোলে। উপমা, ছন্দ, আৰু বাক্‌ভঙ্গীৰ মাজত আবেগৰ অভিনৱ আৰু বিশেষত্বপূৰ্ণ ৰূপ ফুটি উঠিলেহে আমি সঁহাৰি দিব পাৰোঁ। আগতে উল্লেখ কৰি অহা দুৰৰাৰ অন্তৰংগ অনুভূতি মাজে মাজে তেওঁৰ কবিতাত এঙামুৰি দি উঠিছে। তেনেবোৰ কবিতাৰ শাৰীয়েই আমাৰ মাজত জীয়াই ৰাখিব ঃ

জগতত এবে মই যেতিয়া যিপিনে চাওঁ
নীৰস নীৰৱ এটি ছাঁয়া মাথো দেখা পাওঁ।
দীঘল খোজেৰে যেন ঘূৰি ফুৰে আন্ধাৰত
অকলে আপোন মনে মানুহৰ আঁতৰত।
(পাহৰা সুৰ)

দুয়ো কাষে গছতলা নীৰলে নিমাতে থাকি
গভীৰ ভাবনা কিবা ভাবিছে মনত ঃ (নাৱৰীয়া)
দুটি এটি লগৰীয়া পাইছিলা পুৱাতেই
দুপৰতে গ'ল লগ এৰি
নতুন আলহী আহি ঘৰৰ দুৱাৰ মাৰি
আবেলিতে দিলে বাজ কৰি ঃ (নাৱৰীয়া
নিয়া নাও বাই)

বালিকণা জুৰজুৰ কৰি
সৰে আঙুলিৰ সুৰুঙাই,
বন্ধা মুঠি বন্ধাতে থাকিল
বালি মোৰ কেনি উৰি যায়! (সোণোৱালী বালি)

অৱশ্যে এইধৰণৰ শাৰী দুৰৰাৰ ৰচনাত প্ৰচুৰ নহয়। তেওঁৰ লয় স্বচ্ছন্দ যদিও পাতল, গধুৰ অৰ্থ বহন কৰিবলৈ অক্ষম। তেওঁৰ কথা



অৰ্থঘন নহয়। তেওঁৰ কবিতা সমূহৰ গাঠনিতো বিশেষ কৃতিত্ব নাই —"এই বাটে নাহিবাঁ দুনাই"ৰ কৌশল তেওঁৰ কাব্যত অপ্ৰচুৰ। তেওঁৰ কবিতা আগৰ পৰা গুৰিলৈ পঢ়িলে ভাগৰ লাগে। নতুন উপলব্ধিৰ আশাত মন উৎসুক হৈ নুঠে। কেৱল জীৱনসংগ্ৰামত পৰাস্ত এক নিঃসংগ প্ৰাণৰ প্ৰতি এক অনিচ্ছুক সহানুভূতিৰে মন ভৰি পৰে। ইংৰাজ ৰোমাণ্টিক কবিসকলৰ প্ৰাণৰ বিপুল প্ৰসাৰ— তেওঁলোকৰ দাৰ্শনিক কৌতূহল, সমাজৰ প্ৰতি তেওঁলোকৰ দায়িত্ব-বোধ দুৰৰাৰ পৰা আশা কৰিব নোৱাৰি। তেওঁৰ কৰুণ ঔদাসিন্যৰ তুলনাত অম্বিকাগিৰীৰ দেহবনৰ সংগ্ৰামী মনোভাৱ আৰু দেৱকান্ত বৰুৱাৰ আত্মনিৰ্ভৰ আৰু চঞ্চলতা অধিকতৰ প্ৰাণশক্তিৰ লক্ষণ।

ওমৰ খৈয়ামৰ বহল মনৰ সংস্পৰ্শত কবিয়ে আত্মকেন্দ্ৰিকতাৰ এই ক্ষুদ্ৰ পৰিধি অৱশেষত অতিক্ৰম কৰিছে আৰু সাৰ্বজনীন আবেদন তেওঁৰ কাব্যত প্ৰসাৰিত হৈছে। দুৰৰাৰ সেয়ে ওমৰ আছিল মুক্তি-দূত। তেওঁৰ অভ্যস্ত দুখানুভূতিৰ একঘেয়েমি বহুদূৰ ইয়াত শাম কাটিছে। কান্দোনৰ উচ্ছ্বাস তাকৰ বাবেই ইয়াৰ বিষাদ অশ্ৰুৰ অতীত (too deep for tears)। তদুপৰি তেওঁৰ কাব্যত বিৰল এক স্বতস্ফূৰ্ত্ত উলাহে (elan) তেওঁৰ চেতনাৰ এই অলৌকিক মুক্তিৰ ইংগিত দিয়ে।

"ওমৰ তীৰ্থ" মূলৰ সাইলাখ অনুকৃতি নহয়। ওমৰৰ পৰিহাস-প্ৰৱণতা আৰু সংসাৰবুদ্ধি দুৰৰাৰ ভাষাত অদৃশ্য। পাৰস্য সমাজৰ নানা উল্লেখে দুৰৰাৰ হাতত মোট সলাইছে। ফিট্‌জেৰাল্ডৰ অনুবাদত পানাগাৰৰ দুৱাৰত ঢকিওৱা মানুহবোৰ অন্ততঃ দেখাত সুৰাৰ প্ৰকৃত ভক্ত—মদৰ নাম শুনিলে তিনি জাপ মৰা অসমীয়া মধ্যবিত্ত দুৰৰাৰ অনুবাদত কিন্তু সিহঁত সুৰাপায়ী নহয়, ধাৰণা হয় যে ফুলৰ মৌতকৈ কঢ়া বস্তু সিহঁতে কেতিয়াও খাই পোৱা নাই!

পুৱা বিহগৰ মধুৰ সুৰত
শত আলহীয়ে সাদৰি কয়

মেলাহে দুৱাৰ নবীন পথিক
আহিছোঁ উলাহে বাঁহীটি লৈ।

অৱশ্যে এই বৈশিষ্ট্য দোষ নহয়। উক্ত শাৰীকিটাৰ উদ্দীপনাত সুৰাৰ মোহ নেথাকিলেও সি জীৱন্ত হৈ ৰব।

প্ৰথম ছত্ৰৰ শঙ্খধ্বনিতে যি আবিৰ্ভাৱ সূচিত হৈছে তাৰ প্ৰভাৱত যে দুৰৰাৰ দুখাভিভূত মনৰ কুঁৱলি একলহমাতে অন্তৰ্হিত হৈছে ঃ

সোণালী ৰথত আলোকি বিমান
মাৰিলে সূৰুযে সোণৰ কাঁড়
পলাল এন্ধাৰ—হৰিণীয়ে যেনে
হয় নিমিষতে চকুৰ আঁৰ।

ৰাজপুৰুষৰ উদ্দীপ্ত মূৰ্ত্তিৰ দৰে সূৰ্য্যৰ সৌম্য আবিৰ্ভাবৰ লগত ভীতচকিতা হৰিণীৰ পলায়নৰ সংযোগ বিশেষ ব্যঞ্জনাময়। লয়ৰ গতি আৰু শব্দৰ বিন্যাসে এই ভাবৰ যথোপযুক্ত বাহন হৈ আমাৰ মনত অভূতপূৰ্ব্ব শিহৰণ তোলে।

অৱশ্যে এইখন পুথিতো টাপলি মৰাৰ চিন বহুত। যথা ঃ

আহিলে মৰণ যাৱই লাগিব
——আন্ধাৰ পুৰীৰ কোনোবা দেশ
নাই য'ত সুৰা নাই য'ত গান
অজান দেশৰ ক'তনো শেষ।

ইয়াৰ শেষ শাৰীৰ দুৰ্ব্বলতা পীড়াদায়ক। ফিট্‌জেৰাল্ডৰ অনুবাদৰ লগত এই ছত্ৰটো মিলাই চাওক ঃ

পিয়লাটি মোৰ ধৰাহি মুখত
আহা প্ৰাণসখা সময় নাই
পাখি মেলি সৌ জীৱন পখিটি
অনন্তৰ পিনে উৰি যে যায়।

দুৰৰাৰটো সহনীয় হ'লেও ব্যঞ্জনাক্ষম নহয়।



আনহাতে "ওমৰতীৰ্থ"ত সেইবোৰ দোষ ঢাকিব পৰা বহু বস্তু আছে। কুমাৰ গাঁৱৰ উপকাহিনীটো অসমীয়া কাব্যৰ এক শীৰ্ষবিন্দু। নিভাঁজ অসমীয়া মাতকথাৰ লগত দুৰৰাৰ অভ্যস্ত লয় আৰু কণ্ঠ মিলি এক দাৰ্শনিক ৰূপক সৃষ্টিত অভূতপূৰ্ব্ব দক্ষতা দেখুৱাইছে ইয়াত। নিয়তিৰ প্ৰতি কবিৰ আবেদন আৰু তাৰ উত্তৰতো দুৰৰাৰ কাব্যই সিদ্ধিলাভ কৰিছে। মানুহৰ আবেদনৰ কাতৰ কাকূতি আৰু নিৰ্ম্মম নিয়তিৰ গহীন গৰ্জনত দুৰৰাৰ কাব্যত দুৰ্লভ এক অভিজ্ঞতা জাগ্ৰত হৈছে ঃ

যুৰি দুই কৰ সৰগ ধিয়াই
সুধিলোঁ কাতৰে, জীৱন স্বামী!
কোন পোহৰত যাওঁ আগবাঢ়ি
তিমিৰ পথৰ যাত্ৰী আমি।
গৰ্জ্জিলে সৰগে গহীন সুৰেৰে
"নাই নাই ক'তো আলোকপথ
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানৱৰ জীৱন ৰথ।"

এনে মুহূৰ্ত্ত দুৰৰাৰ কাব্যত বিৰল। কিন্তু অসমীয়া কাব্যতো বিৰল।

# যত্ন কবিৰ জীৱন দৰ্শন আৰু কাব্য প্ৰতিভা

শ্ৰীপৰাগ চলিহা।

পুট্চিনি নামৰ এজন প্ৰখ্যাত ইটালীয় সংগীতজ্ঞই কৈছিল "সংগীত সাধনাত হাত নিদিয়াহলে এই পৃথিৱীত মই আন একোকে কৰিব নোৱাৰিলোহেঁতেন।" কবি দুৱৰাই তেনেদৰে একো লিখি থৈ যোৱা নাই; কিন্তু তেওঁৰ সান্নিধ্যলৈ অহালোকে থিতাতে ক'ব, এইষাৰ কথা দুৱৰাৰ বেলিকাও খাটে—সংগীতৰ ঠাইত কবিতা শব্দটো সলনি কৰি। লাজুকী লতাৰ দৰে ছুলেই জয় পৰি যোৱা, জীৱনত কাকো এষাৰ টান কথা কৈ নোপোৱা সহজ-সৰল গতিৰ বাহিৰে কোনো কাহানিও একাবেকা বাট নোলোৱা আনকি আওপকীয়াকৈ কেতিয়াও কাকো এটি কথাও কৈ নোপোৱা দুৱৰাৰ গোটেই জীৱনটোৱেই এটি সহজ সৰল কবিতাৰ দৰে। কবিসকলৰ কবি হৈয়েই জনম। তেওঁলোকক সাজি উলিওৱা নহয়। 'যত্ন' কবি এই সংজ্ঞাৰো এক সুন্দৰ নিদৰ্শন। সম্পত্তিশালী শ্যামসুন্দৰ দুৱৰাৰ (শ্যামবাবুৰ) নুমলীয়া পো বাপুৱে উচ্চশিক্ষাৰ অৰ্থে যায় কলিকতালৈ; লগত যায় ৺ভোলা কাকতি, গনি মৌজাদাৰ, তেখেতৰ ভায়েক জামায়ত চাহাব। মাকে পিঠা-পনাৰ টোপোলা দি বাপুক এওঁলোকৰ লগতহে পঠায়—দিছাংমুখৰ জাহাজঘাটৰ পৰা কলিকতালৈ সুদীৰ্ঘ বাটছোৱা। মহানগৰীৰ তপত আৱেষ্টনীত সোমাই পৰে দুৱৰা পৰিয়ালৰ আলাবাহুজন। কিন্তু তাৰ মাজতো দুৱৰাৰ গতিবিধি সলনিহে যোৱা নাছিল। আলিবাটত ফুৰিবলৈ লৈ যাওঁতে ৺পদ্মধৰ চলিহা, যাদৱপ্ৰসাদ চলিহা আদিয়ে সদায় দেখে তেওঁ আনমনা! তেওঁলোকে পিছলৈ জোকায়,



"আহা কেনে মনমোহা বাহ ট্ৰামগাড়ী"
কেউপিনে ওখপাখ পকীঘৰ শাৰী শাৰী।"

মাণিকতলাৰ দুমহলীয়া ঘৰ এটাৰ ওপৰমহলাৰ দুটা কোঠা ভাৰালৈ তাতে কলিকতীয়া জীৱনৰ শেহতীয়া কালচোৱা কটায়, সঙ্গী সাধন নামৰ এটা (বঙালী) ল'ৰা। চেমনীয়া সাধন ঘোষ দুৱৰাৰ লগতে থাকি কবিৰ সহায়তে সংসাৰীও হৈ পৰেগৈ। তেওঁৰ সুখ-দুখৰ লগৰী সাধনেই, সাধনে দিলে খায়, নিদিলে নাখায়। ঘৰটোৰ এটাকোঠাত তেওঁৰ শোৱা পালেংখন। কেউপিনে কিতাপেৰে ভৰি থকা কেইটামান আলমাৰী আৰু ইটো কোঠাত সাধনৰ বিচনাৰ কাষতে সৰু বান্ধনীশালখন। দুয়োটি কোঠা অতি পৰিপাটি। কুটা এডালো ক'তো পৰি নাথাকে। দুৱৰাৰ কলিকতীয়া জীৱন ঘড়ীৰ কাঁটাৰ লগত মিলোৱা। কাম কৰিবলৈ ওলাই আহে ঘড়ীৰ কাঁটাৰ লগত খোজ মিলাই। কামৰ শেষত ঘৰলৈ ওভটে সদায় একেটা খেন মিলাই, একেটা খোজতে। বজাৰ-সমাৰ, পিন্ধন-উৰণ, এইবোৰৰ যোগাৰ যতন কৰে সাধনে। আবেলি ঘৰটোৰ চাতৰ ওপৰত ফুলৰ 'টাব' কেইটামান থকা মুকলি ঠাইকণত তহল দিয়ে। দুৱৰাৰ দৈনন্দিন জীৱনৰ তালিকা এইখনেই।

১৯৪৬ চনৰ কলিকতাৰ সেই জঘণ্য হত্যাকাণ্ডৰ ৺অমূল্য বৰুৱা বলি যোৱাৰ খবৰ ওলোৱাৰ লগে লগে আমাৰ সকলোৰে (কলিকতাবাসী সমূহ অসমীয়া লোকৰে) মনত চিন্তা দুৱৰাৰ বিষয়ে। একেৰাহে ৯৬ ঘন্টিয়া সান্ধ্যআইন আবেলি দুঘণ্টালৈ ঢিলাই দিয়াৰ প্ৰথম সুযোগতে আমি গোড়া পল্টনৰ শাৰীৰ মাজে মাজে আহিলো তেওঁৰ খবৰ লবলৈ। বঙালী চুবুৰীয়াসকলে তেওঁক নি তেওঁলোকৰ লগতে ৰাখিছে। অমূল্য বৰুৱাৰ খবৰ ক'লত কবিজন জয় পৰিল! মুখৰ মাত হৰিল—যেন নিৰ্ব্বাক-নিস্পন্দ এটা মূৰ্ত্তি। আমি যেতিয়া সুধিলো তেওঁ ক'ত কেনেকৈ থকাৰ কথা ভাবিছে তেওঁ তেতিয়াও অলৰ অচৰ। প্ৰতিবেশীসকলে আৰু সাধনে আমাক আশ্বাস দি

কলে—"কোনো ভয় নাই, দিন ভাল হলেই তেখেতক আমি ঘৰলৈ নিম।" এটি যেন অনাথ-অসহায় শিশুৰ বাবেহে আমাৰ সকলোৰে এই ভাৱনা! ১৯৪৪ চনত বংপুৰত বহাগী মেলা। দুৰৱা তেতিয়া শিৱসাগৰত। দুআষাৰ কবলৈ ধৰাত লাজকুৰীয়াভাৱে বহু পৰৰ পিছত উঠি আৰম্ভ কৰিলে—"মোৰ বৰ লাজ লাগিছে। মইনো ইয়াত কি কম?" আকৌ নিস্তব্ধতা। "বাৰু মই বিহুৰ বিষয়ে লিখা কবিতা দুফাকিমানকে গাওঁ।" কবিতা আওঁৰাই কবিয়ে আমালৈ চাই অকণমান ল'ৰাটিৰ দৰে সুধিলে "হ'লনে বাৰু? মই হলে বক্তৃতা দিব নোৱাৰোঁ দেই।" অথচ কলিকতাত এম. এ মহলাত আমাক আৰু স্কটিছ চাৰ্চ্ছ কলেজিয়েট স্কুলৰ শ শ ল'ৰাক নিতৌ কাবো মুখলৈ নোচোৱাকৈ সুন্দৰকৈ পঢ়ুৱাই থাকে। স্কুলৈ নিয়মৰ খাতিৰত সৰু বেতডালিও কিতাপৰ মাজত নিয়ে। ব্যৱহাৰ কাঠৰ মেজখনৰ ওপৰতহে—ল'ৰাই হাই কৰিলে "এই" বুলি ধমক দিবলৈ। এবাৰ আমাৰ কলেজত তেখেতক সম্বৰ্দ্ধনা দিবৰ বাবে মাতি অনা হ'ল। বহু কেৰ্‌জেৰৰ পিছত কোনোমতে আহিল। সম্বৰ্দ্ধনাৰ শেষত ল'ৰা-ছোৱালীলৈ বুলি একেষাৰ কবলৈ কোৱাত সেই একেধৰণৰ শিশুসুলভ কেৰ্‌জেৰবোৰ। লাজত মুখখন তললৈ কৰি আমাক ভোৰভোৰাই কয়—"এহ্, মোকনো কেলেই এনেকুৱাখন কৰ পাই? মইনো কিটো কম?" বৰকৈ ধৰাত হাতত থকা লাখুটিডাল-অন্তৰখোলা হাঁহি এটা মাৰি দাঙিও লয়। এইদৰে ধেমালি-ধুমুলাৰ পাছত 'যদু' কবিয়ে বহি থকা আসনৰ পৰাই মাইকটোৰ সমুখত গাই পেলায় কবিতা এফাঁকি—

গোটোৱা গোলাপ কলি
থাকোতে সময় সখি
জীৱনৰ সোঁত বলি যায়,
যিটি ফুলে হাঁহি আজি



ফুলনি ফুলাই তোলে
কালিলৈ পাহি মেলি নেহাঁহে দুনাই॥

কবিতা ফাকি চাৰিবাৰ মান আওঁৰালে। ল'ৰাহঁতে উচপিচাই উচপিচাই আৰু অলপ কবলৈ খাটনি ধৰাত কবিয়ে—"এই হ'ল আৰু দেউহে" বুলি আকৌ গহীন হৈ পৰে।

কবি, প্ৰেমিক আৰু বলিয়া—এই তিনিও লোক একেটা সাঁচৰ বুলি কথা এটা আছে। বলিয়াৰ সংজ্ঞা নানাজনে হয়তো নানা ভাৱত লব। কিন্তু মানৱ-প্ৰকৃতিৰ অসাধাৰণ উদণ্ড ৰূপটোক আঁতৰাই শান্তৰূপৰ কমনীয় অংশটোক সামৰি যদি সেই অৰ্থতহে বলিয়া শব্দ প্ৰকাশ কৰা হয়, তেনেহলে যদুকবিৰ গাত ওপৰৰ সংজ্ঞাটি যথাৰ্থই খাটে। থোৰতে কবলৈ হলে দুৰৱা কবিজন কবিয়েই। দুৰৱা মানুহজন কি বুলি সুধিলেও উত্তৰ হ'ব দুৰৱা মানুহজন কবিহে। অসমীয়া সাহিত্যৰ গোটেই বুৰঞ্জীৰ ভিতৰতে আন এজন মানুহক মনে-প্ৰাণে, ভাৱে-ভাষাই, চলনে-ফুৰণে, হাড়ে-হিমজুৱে কবি বুলিব পৰা হোৱা নাই। বিশ্ববিখ্যাত কবি-সাহিত্যিক সকলৰ জীৱনতো তেনেধৰণৰ অসাধাৰণ কাৰ্য্য-কলাপ দেখা যায়। তেওঁলোকৰ বেলিকাও বলিয়াৰ ভয়াবহ বা উলাই কৰা অৰ্থ নিশ্চয় ব্যৱহাৰ নহয়। মিল্টন দৃষ্টিহীন আছিল, আৰু গোটেই জীৱন ভুগিছিল বাত (গাউট্) ৰোগৰ বিষত। কিন্তু তেওঁৰ বিশ্ববিশ্ৰুত কাব্য Paradise Lost লেখিছিল ঠেঁটুৱৈ ধৰা জাৰকালি। হাতত খলিহে মাটি একুটুৰা লৈ এখন ভৰি পুৰণিকলীয়া চকী এখনত ভেজা দি সহচৰ জনক অনৰ্গল শব্দ প্ৰবাহৰ শ্ৰুতলিপি দি দি। প্ৰখ্যাত ফৰাচী লিখক বালজাকে ৰাতিৰ আহাৰ খায়েই শুবলৈ যায়। মাজনিশা উঠি বগা পোছাক এটা পিন্ধি লৈ মূৰত সন্ন্যাসীৰ দৰে টুপী এটা পিন্ধি পিছদিনা দুপৰীয়ালৈকে লিখি থাকিব। আগনিশাৰ লেম্প জ্বলিয়ে থাকে, দুৱাৰ খিৰিকীৰ পৰ্দাই বাহিৰৰ পোহৰ বন্ধ কৰিয়েই ৰাখে। সুপ্ৰসিদ্ধ মহাকবি 'চিলাৰ'ৰ ওচৰলৈ এগৰাকী বন্ধু গৈ বহা মাত্ৰকে এনে এটা

উৎকট গোন্ধ আহিবলৈ ধৰিলে যে তেওঁ সেই ভেকেটাভেকেট গোন্ধ ক'ৰপৰা আহিছে তাক চাবৰ অৰ্থে কবিৰ কোঠাতো চলাথ কৰি দেখে যে কবিয়ে লিখা মেজখনৰ এটা ড্ৰয়াৰৰ ভিতৰত ভালেমান আপেল গেলিপচি পোকলগা হৈ আছে। কবিৰ কিন্তু খবৰ নাই।

দুৰ্বাৰ কবিতাই আমাক দিলে কি? থিতাতে কোৱা হ'ব—এটি অনুপম সুৰৰ লহৰী। ওপৰত উন্নকিওৱা কবিতাফাকিতে এই সুললিত ছন্দ ধ্বনি নিহিত হৈ আছে। কবিতাফাকিৰ উৎস অৱশ্যে শ্বেলীৰ ইংৰাজী কবিতা এফাকি—

The flower that smiles to-day
Tomorrow dies
All that we wish today
Tempts—and then flies.

দুৰ্বা কবিয়ে কিন্তু তাত শ্বেলীক আঁতৰাই নিজকে বহুৱাই দিলে—দুটি প্ৰাণ একহৈ গ'ল।

হেমলেটক পলনিয়াচে যেতিয়া সুধিছিল—'আপুনি কি পঢ়ে কোঁৱৰ? উত্তৰ পালে—'Words, words, words.' শ্বেলীয়ে শব্দমালাৰ যাদুকৰী ব্যৱহাৰৰ যোগেদিয়েই কবিপ্ৰাণৰ অনুভূতিবোৰ তথা সৌন্দৰ্য্যত সত্যৰ ব্যাখ্যা মানুহৰ মাজত কৰি দি কবিগোষ্ঠী মানৱ জাতিৰ অস্বীকৃত বিধানকাৰী বুলি অভিহিত কৰিছে। মূলৰ পৰা অনুবাদ কৰোঁতে শব্দমালাৰ সলনি হ'ল—আটাইতকৈ এৰাব নোৱাৰা লক্ষণ ভাবানুভূতিৰ পৰিবৰ্ত্তন হয়তো নহবও পাৰে। দুৰ্বাৰ বেলিকা এই লক্ষণসমূহৰ তাৎপৰ্য্য বিশেষভাৱে মনকৰিবলগীয়া।

কোনো কোনোৰ মতে কবিতা আৰু গান একেটা বস্তুৱেই। গান বুলিলে তাত সুৰ থাকে। দুৰ্বাৰ প্ৰতিটো কবিতাত গানৰ সুৰ নিহিত হৈ আছে। সুৰৰ লগত লয়ৰ নিবিড় সম্বন্ধ সহজ-সৰল গতিত



থকা বাবে দুৰ্বাৰ কবিতাৰ লয় নিমজ আৰু সাৱলীল আৰু সেই হেতুকে তাত থাকে এটি সুকীয়া মাদকতা। কবিতাৰ ছন্দবন্ধনৰ বিভিন্ন ৰূপ আলচিবৰ থল ইয়াত নাই। কিন্তু দুৰ্বা-কবিতাৰ আকৰ্ষণীয়তাৰ মূলতে হ'ল ছন্দৰ সাৱলীল গতি—। কবিতাবাণীয়ে যেন তাত জুৰিটিৰ দৰে কুলকুলু কৰি সোঁতৰ চেৰে চেৰে নাচি যায়। আগৰ ফাকিৰ লগত শেষৰ ফাকি আপোনাআপুনি আখৰে আখৰে মিলি যায়। মিলাবলৈ সুকীয়া জোটনি বা প্ৰচেষ্টাৰ আৱশ্যকতা দুৰ্বাৰ কবিতাত নাই। আধুনিক ( মুক্তক ছন্দৰ ) কবিতাত সুৰ নাই বুলি কোৱা হোৱা নাই, কিন্তু গানৰ সুৰৰ অৰ্থে আখৰৰ মিতালি নহলে নচলে। ইপিনে দুৰ্বাৰ যিটো আলফুলীয়া প্ৰকৃতি, সেই প্ৰকৃতিয়ে কোনো উদ্দাম বা প্ৰচণ্ড ভাৱত নোসোমায়গৈ। সেইহেতু যুক্তশব্দও দুৰ্বা-কবিতাৰ ভাষাৰ লক্ষণ হব নোৱাৰে। ভাষা ভাৱৰ বাহন। কোমলমতীয়া শিশুৰ মুখত সংযুক্তবৰ্ণৰ কথা যেনেকৈ নুফুটে, কোমল প্ৰকৃতিৰ যদুকবিৰ ভাষাটো সৰল-সহজ আখৰেহে সহজ-সৰল ভাৱৰ বাহনহৈ পৰে। দুৰ্বাই যিমানবোৰ কবিতা লিখিলে, সকলোতে এই একেটা সুৰৰে গাঁথনি। বৈচিত্ৰ্যহীন বুলি এই কবিতাৰাজি কোনো কোনোৱে উলাই কৰিব পাৰে। কিন্তু দুৰ্বাৰ প্ৰকৃতিৰ যদি সুকীয়া সত্তাটো স্বীকাৰ কৰা হয় তেনেহলে তেওঁৰ কবিতাৰ এই সাৱলীল গতিটোত সুকীয়া মূল্য আৰোপ নকৰি নোৱাৰি। অৱশ্যে ৰবীন্দ্ৰনাথৰ বিভিন্ন ছন্দৰ বিভিন্ন উপাদানত সঙ্গীতৰ বিভিন্ন সুৰৰ বিবিধ মাদকতা বিচিত্ৰভাৱে বৈছিল; হলেও একে কথাকে দুনাই কব লাগিব—সৰলতাই দুৰ্বা প্ৰকৃতিৰ বিশিষ্ট গুণ আৰু তেওঁৰ কবিতাৰ সকলোতে সেই কোমল লয়ৰে সমাবেশ।

'হায় অভিমানী মোৰ, কোনে তোৰ ভাঙি অভিমান
চেনেহৰে ধৰিব যোগান?

মিছাকৈয়ে কিয় গাৱ গান
পাষাণৰ নগলে পৰাণ।'

এই কথাখিনি ছুৱবাৰ বাহিৰে আনকোনে তেনেকৈ কব ? পাষাণৰ পৰাণ নগলে বুলি জানিও প্ৰতিমাৰ প্ৰাণ পাবলৈ কবিয়ে গোটেই জীৱনটো কবিতাৰ মালা গাঁথিয়ে থাকিল। প্ৰেমৰ প্ৰতিদান নাপাই তেওঁ বিদ্ৰোহী হৈ উঠা নাই—(ছুৱবা বিদ্ৰোহী হ'ব কেনেকৈ ?) নাপাই নাপাই পাবলৈ আকুলতা বাঢ়িহে গ'ল।

ছুৱবা কবিতাত সেয়েহে অনুভূতিৰ ৰূপ একেটাই। আন কবিৰ দৰে সমাজৰ বিভিন্ন ক্ৰিয়া প্ৰক্ৰিয়াই এই গৰাকী কবিৰ মনত প্ৰতিক্ৰিয়া নকৰে। আমাৰ কবিয়ে দেহে-মনে-প্ৰাণে থাকিবলৈ বাচি লয় নিবলাক। তেওঁৰ একমাত্ৰ সাধনা হ'ল সৌন্দৰ্য্য। অনাদৰ-অৱহেলা ভৰা সমাজখনৰ পৰা বহুত আঁতৰত নৈ এখনিৰ পাৰত নিজান-নিতাল ভাৱে এচুকত থাকিব খোজে অকলশৰীয়াকৈ—মানুহৰ সঙ্গ তেওঁৰ নালাগে। নালাগিবৰে কথা !—সেইহে জোন, বেলি, তৰা, ফুল এইবোৰক লৈ 'ৰচে তেওঁ জীৱনৰ কুসুম-কানন।' কবিয়ে নিজেই স্বীকাৰ কৰিছে তেওঁৰ দৰে মানুহৰ আজিৰ জীৱনত অসাৰ্থকতা—তেওঁ নিজেই এপহি বনফুলহে। সেই বনফুলক 'কোনোৱে দূৰতে চায় কোনোৱেবা ছুই যায়। সপোনত তাকে ভাৱে চেনেহ কণিকা বুলি, কিন্তু—

সপোন আঁতৰি গলে দিঠকে জনাই দিয়ে
বাটৰ কাষৰ মই বননিৰ ফুল।

ছুৱবাৰ আত্মকেন্দ্ৰিক মনোভাৱ এই প্ৰসঙ্গতে উল্লেখযোগ্য। কোনো কোনোৱে ইয়াক দোষ বোলে। কিন্তু গীতি কবিতা মাত্ৰৰে এনে লক্ষণ গুণহে আৰু এনে ধৰণৰ কবিতাত সুমধুৰ শব্দ সংযোজনাৰ যি আকৰ্ষণীয়তা সেই পিনৰ পৰাও ছুৱবা কবিতাৰ ই গুণহে। গীতি কবিতা আচলতে কবিজনৰ জীৱন প্ৰবাহৰ স্বীকাৰোক্তি। ই কবিৰ



নিজৰ জীৱনৰ অনুশীলনী। তেনে ধৰণৰ কবিতাৰ প্ৰকাশ ভঙ্গিমা আৰু অনুভূতিৰ ব্যঞ্জনাও তেনেই স্বকীয়া ৰূপৰ হয়। জীৱনৰ ঘাত প্ৰতিঘাতৰ মুক্ত প্ৰকাশ হোৱা হেতুকে আৰু সেয়ে ঘাইকৈ প্ৰণয় প্ৰবাহক লৈয়ে হোৱা হেতুকে এইবিধ গীতৰ প্ৰকাশত ভাৱৰ স্বৰূপ উচ্ছ্বাস হয়। প্ৰকৃতপক্ষে আবেগৰ উপশম ঘটাবলৈকে এই গীতৰ সৃষ্টি। সেইহেতু এই ভাবোচ্ছ্বাসে কোনো ধৰণৰ বাধা-বিঘিনি মানিব নোখোজে। ই অন্তৰৰ পৰা বাগৰি অহা নিজৰাৰ দৰে। কবিয়ে জীৱনৰ সুৰত গাইছে,—

'জীৱনৰ ছুখৰ ৰাশিৰ এটি এটি কণা তুলি লৈ,
ৰঁচো মই অন্তৰৰ গান
শুনো তাকে বহি অকলই॥
অকলই ওমলো-জামলো অকলই পাতিছো সংসাৰ
অকলই শূন্য মন্দিৰত
যাচোঁ মোৰ হৃদয় সম্ভাৰ।

আৰু,—

অকলে আপোনমনে বহি নিৰলাত
ৰচোঁ মই নিজানৰ গান।

বিশ্বকবি ৰবীন্দ্ৰনাথে তেওঁৰ কবিপ্ৰাণৰ সৰ্ব্ব অনুভূতিৰ সুপ্ৰকাশ কৰি প্ৰকৃতি, পূজা, স্বদেশানুৰাগ, উলাহ, বিষাদ, সকলো বিষয়তে কবিতাৰ মহান সুউচ্চ বেদী থাপি গ'ল। আমাৰ অসমীয়া সাহিত্যতো কেবাগৰকীও প্ৰখ্যাত কবিয়ে বিবিধ ভাৱৰ কবিতা ৰচি গ'ল বা ৰচি আছেও। কিন্তু ছুৱবাৰ কবিতাৰ আকৃতি আৰু প্ৰকৃতি আগতে কোৱামতে একে ধৰণৰ। অৱশ্যে বিহুৰ বিষয়েও তেওঁ কবিতা লিখিছিল, সিও কিন্তু প্ৰকৃতিৰ মনমোহা ছবিখন লৈহে আৰু অসমীয়া মানুহৰ অন্তৰৰ মধুৰ ভাৱৰাশি প্ৰকাশ কৰিহে। শঙ্কৰদেৱ আৰু জয়মতীৰ বিষয়েও যদু কবিয়ে লিখিছিল। কিন্তু সেয়া গুৰুজনাৰ

সুমহান আদৰ্শ আৰু মহাসতীৰ ত্যাগৰ সূক্ষ্ম অনুভূতিৰ উচ্ছ্বাসক কেন্দ্ৰ কৰিছে। ব্ৰহ্মপুত্ৰৰ বলিয়াবান, বিজুলী ঢেৰেকনি, ধুমুহাই সৃষ্টি কৰা বিভীষিকা জাতীয় আন্দোলনৰ উত্তপ্ত ঘটনাৱলী—এইবোৰে আমাৰ কবিৰ অনুভূতিক জগাই তোলা নাছিল। অৱশ্যে এইকথাত আমি পাহৰিলে নচলিব যে এইজন আলফুলীয়া কবিয়েই "মোৰ শেষ পাঠ" কথা কবিতাত অসমত অসমীয়া ভাষাৰ দুৰৱস্থাৰ কথা ভাৰি বিদেশৰ পটভূমি লৈ হলেও এনেদৰে কৈছিল—"হাঁয়, মই আৰু মোৰ মাতৃভাষা শিকিব নোৱাৰিলোঁ। হাঁয়, চেনেহৰ মোৰ মাতৃভাষা! কোনো এটা অইনৰ তলতীয়া জাতিয়ে যেতিয়ালৈকে নিজৰ মাতৃ-ভাষাক বুকুৰে আঁকোৱালি ধৰি থাকে তেতিয়ালৈকে শত্ৰুৱে বন্দী শালৰ দুৱাৰৰ সঁচাৰ কাঠিটি তেওঁলোকৰ হাতৰ পৰা নেপায়—এই কথাষাৰ কেতিয়াও পাহৰা উচিত নহয়।"

সংসাৰৰ কাঁইটীয়া বনৰ মাজত যিজনে সোমাবলৈকে সাহ নকৰে, 'আন্ধাৰৰো মান আছে' বুলি যিজনে কবিতাত প্ৰতিপন্ন কৰে, সেইজনক বহুতেই পলায়নবাদী কবি বুলি উলাই কৰিব খোজে। কিন্তু সঁচাই তেওঁ পলায়নবাদীনে? জীৱনত যিজনে নিজকে অকলশৰীয়া বুলি ভাবে, আকাশৰ তৰা, নৈৰ কুলু-কুলু ৰৱ, গোলাপ-কেতেকী মাথো যিজনৰ লগৰী, প্ৰতিদান পাওক নেপাওক হিয়া উজাৰি চেনেহ বিলাই থাকিয়েই যিজনে নিৰাশাৰ মাজতে আশাৰ ৰেঙনি দেখা পায়; সেইজনৰ সমাজখনৰ লগত সম্বন্ধ হ'ব কেনেকৈ? সমাজৰ সমস্যাৰ কথা দূৰতে থাওক নিজৰ জীৱনৰ কোনো জটিল পাকচক্ৰতে যিজনে সোমাব নোখোজে সেইজন সমাজৰ সমস্যাৰ মাজত সোমোৱাৰ কথাকে বা ভাৱো কেনেকৈ? সেয়েহে আমি কওঁ—তেওঁ পলাতক নহয়, যুঁজ-বাগৰ, জটিলতা-কুটিলতা—এইবোৰৰ পৰা যিজন সদায় আঁতৰত আছিল, নিৰলাই যিজনৰ চিৰ আৱাস, সেইজন পলাতক হ'ব কেনেকৈ? কবিয়ে পোহৰ নিবিচৰা নহয়, বিচাৰে। কিন্তু পোহৰৰ সেই হেঙুলি দাপোনে তেওঁৰ পৰা সোণালী সপোনৰ দৰে লুকাভাকু



খেলি গুচি যায় আৰু কবিয়ে সপ্তমী তিথিতে আঁউসীহে দেখা পায়—

পূবেদি ওলোৱা জোন পশ্চিমৰ ডাৱৰে আহি
ধীৰে ধীৰে লুকুৱালে কলীয়া কোলাত,
সপ্তমীতে আঁউসীত আপোনাকে হেৰুৱাওঁ
আন্ধাৰে আৱৰি ধৰে চকামকা বাট।

(সপ্তমীতে আঁউসী)

কিন্তু সেইবুলি কবি হতাশ হোৱা নাই। সেইবাবেই 'পোহৰ' কথা-কবিতাত কবিয়ে পোহৰৰ জয়গীতি স্পষ্টভাবে গাইছে—"এদিন দেখিব মোৰ কথা ফলিয়াব, পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব" (পোহৰ)।

দুৰবাই পুৱতিৰ অৰুণৰ আশাৰ কিৰণৰ কথা কোৱাতকৈ বিয়লিৰ হেঙুলি বেলিৰ কথা কৈহে বেছি ভাল পায়। জীৱনৰ বেলি যেতিয়া লহিয়াই গ'ল তেতিয়াও সন্ধিয়াৰ আকাশৰ সৰু তৰাটিয়েও সাদৰৰ শেষ আৱাহনকে ধিয়াই যায়। জীৱনৰ প্ৰথম পুৱাৰ কথা মধু সোঁৱৰণৰূপে মাজে মাজে আনে কিন্তু মানস পটলৈ—

ভাগৰুৱা বেলি পশ্চিমৰ পিনে
হেঁপাহেৰে জুমি চায়,
উজলি উঠিল পশ্চিম আকাশ
হেঙুলি পোহৰ পায়। (তোমালৈ)

সেয়েহে তেওঁ কবিতা লিখে আবেলিৰ সপোনক লৈ। ভাগৰুৱা জীৱনৰ কথাকৈ সন্ধিয়াৰ প্ৰতি কৰি বেছিকে আকুল। সোণোৱালী দেশৰ পিনে যাওঁতেও কবিয়ে জোনালী ৰাতিহে নাওখিনি মেলি দিয়ে। আনকি ফাগুনৰ বলিয়া বতাহৰ কথা কওঁতে "পুৱাৰ সূৰুযে

সোণালী ধাৰা বঙেৰে ঢালিছে” বুলি কৈও “ফাগুনী কোঁৱৰে চেনেহী চাৱণে বিষাদ কালিমা হৰে” বুলি কৈও, ফাগুনৰ এই মিলনৰ শুভ লগনকো সোণালী সপোনে ৰাঙলী নিচান উৱাইছে” বুলিহে কয়। কেতিয়াবা কবিয়ে পুৱাৰ কিৰণত আশাৰ পালতৰি জীৱন লুইতত যৌৱনৰ নাও বাই কোবাল সোঁতত উটি যাওঁতে হঠাতে ধুমুহা, ডকা চাকনৈয়াৰ লগত যুঁজিব লগীয়া হয় বুলি ভাবিলেও প্ৰকৃততে তেনে বিপদসঙ্কুল যাত্ৰাত কৰি নানামে। কাৰণ,—

ধুমুহাৰ স'তে যুঁজি অকলে আপুনি
ভাগৰিব জীৱন পথত,
এবাৰ উজলি উঠি নুমাব ছুনাই
সপোনৰ বন্তি আন্ধাৰত। ( সামৰণি )

দিঠকৰ ছলনাত যিজনে হাবাথুৰি খাই থাকে সেইজনে সপোনৰ সুষমাকে সাবটি নললে কিহৰ আশাত জীয়াই থাকিব ? জীয়াই থকাৰ আশালৈয়ে পৃথিৱীত কতজন চিৰদুখীয়ে গোটেই জীৱন কান্দি কান্দিও জগতক দি গ'ল আশাৰ বতৰা। যাউতিযুগীয়া খিয়াতি অৰ্জ্জা অমৰশিল্পী ৰেনগাফে নিয়তিৰ মতে গোটেই জীৱন যুঁজি যতে ততে খকাখুন্দা খাই অধীৰ অতিষ্ঠ হৈ পৰিলতো লিখিছিল এই কথাহে—Hope should manifest itself, not as a feeling, but as an action in the present. Because I have hope, I have exerted all my energy.

যিজন কবিয়ে চেনেহৰ বাটৰুৱা জনক উদ্দেশি কয়—

মিছা আশাৰ নেবান্ধিবা ঘৰ
নাই কোনো আপোনাৰ জন
চেনেহী মাতত ভোল গৈ
বিষাদক নকৰা বৰণ। ( সপোন কুঁৱৰী )



সেইজনক পলায়নবাদী বুলিম নে ? দিঠকৰ মাজত মায়াকানন বিচাৰি বাৰে বাৰে হাবাথুৰি খায়ো খন্তেকলৈ হলেও সপোনতে হেৰুওৱা মাণিক পাবলৈ হাবিয়াস কৰাটো বৰণীয় গুণ বুলিহে কম ? তাৰোপৰি 'কৰি' নামৰ কবিতাত তেওঁ কৈছে, “সংসাৰ বিৰাগী সংসাৰ তিয়াগী হৈয়ো কবিয়ে সংসাৰৰ মাজতে থাকি সৃষ্টি পাতনিৰ ভঙা পতা ছবি মনৰ মাজতে আঁকে আৰু তেওঁলোকৰ প্ৰাণবীণৰ জোঁকাৰত জগতখনেই কঁপি উঠে। সঁচাকৈ বিশ্ব-প্ৰকৃতিৰ সূক্ষ্মতকৈও সূক্ষ্ম তত্ত্ববোৰৰ সন্ধান কবিয়েই নিদিয়ে জানো ? জড়জগতৰ অফুট অবুজ ভাষাবোৰক কবিয়েই পোনতে বুজা নাই জানো ? জোন, বেলি, তৰা, আন্ধাৰ-পোহৰ, সাগৰতলি, অসীম জগতক আমাৰ আপোনৰো আপোন কৰি তেওঁলোকেই পোনতে চিনাকি কৰি দিয়া নাই জানো ?

আমাৰ কবিয়ে সমাজৰ কামত নলগাকৈ থকা বুলি ভাবিলেও তেওঁৰ সাধনা নোহোৱা নহয়। সাধনাৰ বিষয়বস্তু হ'ল সৃষ্টিৰ আটাইতকৈ শ্ৰেষ্ঠ বস্তুটো—সুন্দৰৰ। যিয়ে সুন্দৰ সেয়ে সত্য। যতে প্ৰেম তাতে সৌন্দৰ্য্য। সেইহে প্ৰেম, সৌন্দৰ্য্য আৰু সত্য এটি আনটিৰ পৰিপূৰক। কালজয়ী বিশ্বসাহিত্যৰ পটভূমি বিভিন্ন হলেও প্ৰতিষ্ঠিত আদৰ্শ সেই একেটাহে। কথা-কবিতাৰ পাতনিত ডঃ কাকতিয়ে ছুৰবা কবিৰ স্বৰূপ বখানি কৈছে—“শিল্পী” বোলা কবিতাটোক ছুৰবাৰ কাব্য জীৱনৰ মূলমন্ত্ৰৰ স্বীকাৰোক্তি বুলিব পাৰি। আজীৱন সৌন্দৰ্য্য সাধনাই তেওঁৰ জীৱনৰ লক্ষ্য। আৰু এনেদৰে সৌন্দৰ্য্যৰ নীৰৱ সাধনাতে তেওঁৰ জীৱন ঢালি দিছে। শিল্পীয়ে সময়ৰ চিনচাবলৈ মন নকৰি নিজৰ অন্তৰৰ সেউজীয়া ভাৱ সজীৱ কৰি থব পাৰিছে। তেওঁৰ একোলৈকে ভ্ৰুক্ষেপ নাই—সময়েও যেন তেওঁৰ কাষত হাৰ মানিলে।”

মহাকবি দান্তেৰ দৰে তেওঁকো নিশ্চয় কোনোবা বিয়েত্ৰিচে প্ৰেৰণা যোগাইছিল। সেইগৰাকী কোন সেই প্ৰশ্ন অবান্তৰ। আৰেলাৰ্ডৰ দুৰ্ভাগ্যৰ করুণ সোঁৱৰণ ছুৰবা কবিতাত নাই আৰু ভাৰতীয় কবিৰ

বিৰহী যক্ষও তেওঁ নহয় কিন্তু তেওঁৰ সপোন কুঁৱৰীৰ অলীক সুষমা ধিয়াই ধিয়াইয়ে গোটেই জীৱন কবিয়ে গীতৰ লহৰি তুলিলে। ধৰাতে সৰগ ৰচে মন সপোনৰ—

লাগে মোক অকলশৰীয়াকৈ এখনি সৰগ

* * *

নিন্দা বচনেও যাৰ বজ্ৰ প্ৰাচীৰত উফৰি উফৰি
কৰে ৰণ.........

* * *

সুৰৰ ৰাগীত কাৰো যেন অন্তৰত
নুঠে ঢৌ নিৰাশা আশাত।

* * *

মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ
গানৰ শেষত শুনোতা গাওঁতা দুয়ো
এক হৈ পাৰকে নেপাও। ( মোৰ সৰগ )

সেই মানসী ৰাণীকে ধিয়াই কবিয়ে গায়—

আঁহা কাষলই বীণধ্বনি লই
গোৱা গীত সুমধুৰ ;
দিনে ৰাতি মোৰ বাজক হিয়াত
অনন্ত প্ৰেমৰ সুৰ। ( প্ৰেমৰ সুৰ )

তেওঁকে ধিয়াই কবি ভাগৰি পৰিছে। সপোনৰ প্ৰথম পুৱাত সাৰ পাই কামনা কৰিছে তেওঁৰ কোলাতে যেন জীৱনৰ কত দুখ শোক সকলো শেষ হওক, কাৰণ—

ক'তো নাই মৰমৰ চিন
মিছাকৈয়ে ফুৰিলো বিচাৰি



তুমি যদি এৰি দিয়া মোক
কোনে তেনে ধৰিব সাদৰি ? ( তোমালৈ )

সেয়েহে মৰণৰ আগতে কবিৰ জনম সাৰ্থক কৰিবলৈ তেওঁ আকুল হৈ কৈছে—

মোৰ যক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ
হাঁহিমুখে মাগিলো মেলানি
তুমি মোৰ প্ৰতিমা প্ৰাণৰ। ( তোমালৈ )

প্ৰেমাক্লিষ্ট কবিয়ে প্ৰেয়সীৰ বুকুতে নিজৰ সৰ্ব্বস্ব অৰ্পণ কৰি দুৰ্ব্বহ দুখৰ তাড়না পাতলোৱা কথা বিশ্ব সাহিত্যত বিস্তৰ। 'মেঘদূত'ৰ বিৰহী যক্ষই এনে কৰিয়েই বিৰহৰ জুই নুমুৱাইছিল। ডান্তেৰ 'ডিভাইন কমেডি'ত সেই ভাৱৰে আভাস পোৱা যায় এই কথাশাৰীত— "If my life continue with me a few years it is my hope that I should yet write concerning her what hath not before been written of any woman.

দুৰবা কবিয়ে প্ৰেয়সীৰ কায়িক পৰশ লভিব নোৱাৰিলে। তেনে বাঞ্ছাও হয়তো তেওঁৰ নাই। দৰাচলতে প্ৰিয়লাভ কৰাতকৈ লাভৰ আশাৰ মাদকতা বেছি। সপোনবলীয়া কবি সপোনৰ আশাতে বিভোৰ—

ভাল পাওঁ জগতৰ সুখ দুখ ৰাজি
ভাল পাওঁ মানৱ জীৱন,
ভাল পাওঁ অসীমৰ দূৰৰ আভাস
ভাল পাওঁ সুখৰ সপোন।

সেই আশাতে বন্দী হৈ পদে পদে উজুতি খাই বিৰহ বিষাদৰ চকুলো টুকিও কবিয়ে কিন্তু সত্য সুন্দৰ প্ৰেমৰ জয়গান নোগোৱাকৈ থকা নাই।

চকুলো হুধাৰি দেখি সূৰুয কিৰণে
চুমি মোক বাতৰি বিলায়,
"মিছাতে বেজাৰ কিয় প্ৰেমৰ পোহৰ
একেবাহে জ্বলিব সদায়।" (প্ৰেমৰ পোহৰ)

আৰু—

এৰি দিয়া সকলোটি আজি
চলি থকা ৰীতি জগতৰ ;
আমি মাথো যাওঁ আগুৱাই
গাই গীত প্ৰেম, মৰণৰ। (ন আৰু পুৰণি)

ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই 'বনফুল' পুথিৰ পাতনিত কৈছিল "হুৰবা মুখ্যতে প্ৰেমৰ কবি"। আমি তাতে ৰহন লগাই ক'ব খোজো অসমীয়া সাহিত্যত কিয় যেই কোনো সাহিত্যৰে প্ৰেমৰ কবিতাৰাজি জুকিয়াই ললে যতীন হুৰবাৰ প্ৰেমৰ কবিতাখিনিয়ে আগ শাৰীত ঠাই ল'ব। নাপাই বুলি জানিও পাবলৈ এনে আকুলতা, ঐহিক মিলনৰ অভাৱতো মিলন মাধুৰীৰ এনে মাদকতা! অতৃপ্তিৰ মাজতো এনে ঐকান্তিকতা যেই কোনো প্ৰেম গাঁথাৰে অতীৱ বৰণীয় সম্ভাৰ।

হুৰবাৰ কবিতাত পাহৰণি তত্বৰ সন্ধান পোৱা যায় বুলি কোনো কোনো সমালোচকে ক'ব খোজে। কিন্তু আচলতে পাহৰণি নামৰ কোনো সূক্ষ্ম দৰ্শনৰ পৰ্য্যালোচনা হুৰবাৰ কবিতাত নাই। কোমল-মতীয়া কবিয়ে অন্তৰৰ ভকতি ঢালি আবেগৰ গান গাই অনেক বাৰ তেওঁৰ প্ৰাণৰ প্ৰতিমাক হেঁপাহেৰে সাৱটি ধৰিও প্ৰতিমাৰ প্ৰাণ নেপাই তেওঁৰ বেথাভৰা জীৱনৰ সুৰহীন গান গাই থাকে। যৌৱনৰ জোৱাৰত কবিৰ মন উটি যায় হুৰণি দেশলৈ। বিৰহ বেথাৰ এই সোঁৱৰণিবোৰ মনলৈ আহিলে কবি বিয়াকুল হৈ পৰে। মনৰ তাড়নাৰ শাঁত পেলাবলৈ সেই ভাববোৰ পাহৰণিৰ বুকুত পেলাই দিব খোজে। চেনেহৰ মায়া জৰী গছ ছিঙি দিবলৈ কবিয়ে কয়—



সময়ৰ প্ৰতিশোধ, কোনে বাধা দিব ?
জগতত অকলশৰীয়া,
যাওঁক উটি যেনি তেনি সোঁতৰ লগত
মেলি দিয়া নাওঁ নাৱৰীয়া।
(অতীতক যোৱাহে পাহৰি)

কিন্তু তাৰ পাছত কবিয়ে ভাবি পায় যে অনাদৰ-অৱহেলা তেওঁৰ কপালত বিধিৰ নিষ্ঠুৰ লেখা, তাৰ হাত কেনেকৈ সাৰিব আৰু "জীৱনৰ সুখে দুখে অতীতৰ মধুৰ সপোনবোৰ ফুৰে পাছে পাছে।" মনৰ এই তাড়নাৰ ক্ষন্তেকলৈ হলেও জুৰণি বুলিবলৈ অতীতৰ সেই সপোনৰূপী প্ৰেমৰ দাপোনখন। অনন্ত সাগৰত পৰ্ব্বত সমান ঢৌৰে, শুকুলা পাখি যেন লৈ যোৱা নাওখনি গ্ৰাস কৰিব খোজাৰ দৰে মৰণৰ বাহুৱেও অকলশৰীয়া কবিকো চিনচাব সমূলি নাৰাখি সামৰি ল'ব খোজে। তেনেহলে কবিৰ এই জীৱনৰ অস্তিত্ব নিজতে ব্যস্ত হৈ থকা হুৰবা নামৰ মানুহজনে অতদিনে সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত সুন্দৰৰ সতে যিখিনি খেলা কৰিলে ; সেই সকলো আৰু বিশেষকৈ তেওঁৰ ঐকান্তিক প্ৰণয়ৰ মধু সোঁৱৰণ বিস্মৃতিৰ গৰ্ভত লুকাই যাব, এনে অসহনীয় অৱস্থা হবই নোৱাৰে। সেয়েহে অতীতক পাহৰি যাবলৈ দঢ়াই কোৱা কবিজনে পিছ মুহূৰ্ত্ততে কাতৰ অনুৰোধ জনায়— অতীতক নেযাবা পাহৰি। সেইহে হুৰবাৰ কবিতাত পাহৰণিৰ পৰিবৰ্ত্তে সোঁৱৰণিৰ তত্বহে দৰাচলতে বিচাৰি পোৱা যায়। অৱশ্যে এই সোঁৱৰণো কবিৰ সুন্দৰ সাধনাৰ এটা উপায়হে। স্বৰূপতে হুৰবা কবিৰ মূল লক্ষ্য প্ৰেম নিবেদন—সুন্দৰ তাৰে ভেটি, সোঁৱৰণি হল উপায়।

'যহু' কবিৰ প্ৰতিপাদ্য দৰ্শন কি? ই হল মানুহৰ ওপৰত নিয়তিৰ অখণ্ড প্ৰতাপ। প্ৰেমত বিৰহৰ-বিষাদ আছেই আৰু এই বিৰহ-বিষাদৰ আঁৰত জীৱনৰ চকৰি ঘূৰাই থাকে নিয়তিয়ে। আগতে

ইতিহাসত বিৰল এক ৰহস্যময় অনুভূতিৰ গভীৰতা আৰু বিষাদৰ স্বপ্ন-চেতনা সৃষ্টি কৰিছে। ইন্দ্ৰিয়াতীত ৰহস্যবোধৰ স্পৰ্শানুভূতি অনুভৱ হৈছে। ক্লাসিক সৌন্দৰ্য্য সাধনাৰ মাজত কোনো এটি বিশিষ্ট মুহূৰ্ত্তত কবিচিত্তত জাগি উঠা ৰোমান্টিক জিজ্ঞাসা জীৱন বিচ্যুত মুক্তিৰ বিলাস নহয়, সু-গভীৰ প্ৰেম দৃষ্টি আয়ত কৰাৰ প্ৰেৰণা। দ্বিতীয়তে এই কবিতা সমূহৰ মূল বৈশিষ্ট্য হল emotional sadness. প্ৰেমৰ আৰ্ত্তি স্বপ্ন আৰু বিষাদ এই কবিতাসমূহৰ প্ৰাণবস্তু। প্ৰেম উপলব্ধিৰ পৰ্য্যায়ত তেওঁৰ চেতনা ভাবৰ প্লাৱনত বিপৰ্য্যস্ত। এই ভাব প্ৰৱণতা অতি কোমল আৰু ললিত সুৰেৰে আকীৰ্ণ, একান্ত করুণ, আৰু শ্যামলী মেঘৰ সতে তুলনীয়। দুৰবাৰ কবিতাত ফুটি উঠা sad-nessত মানৱ হৃদয়ৰ গভীৰ আৰু অপাৰ্থিৱ বিষাদ স্বপ্ন আৰু শূন্যতাবোধ মূৰ্ত্ত হৈ উঠিছে।

মানবাত্মাৰ এই বিষাদ লক্ষণ বহু সৃষ্টিশীল শতাব্দী ধৰি কাব্য আৰু শিল্পত প্ৰকাশ পাইছে। গ্ৰীক শিল্পতো হাস্য নাই। ৰীমস্ কেথেড্ৰেলৰ 'সহাস্য দেবদূত'ৰ বহু পূৰ্ব্বে বৌদ্ধ আৰু হিন্দু শিল্পত জীৱনৰ হাঁহি উদ্ভাসিত হৈছিল যদিও হাঁহিৰ সিপাৰৰ আন এটি নিৰ্ভুল লক্ষণ, মানৱজীৱনৰ আন এটি মহত্তম তথ্য, বিষাদ প্ৰতিবিম্বিত নোহোৱাকৈ নাছিল। বিষাদ য়ুৰোপীয় নৱন্যাসৰ এটি গুৰুত্বপূৰ্ণ আবিষ্কাৰ যাৰ প্ৰথম উদাহৰণ পেট্ৰাৰ্কৰ কবিতা। মনালিছাৰ হাঁহিৰ মাজত নিহিত আছে জীৱনৰ profound sadness. জীৱনৰ আৰ্ত্তি নিৰিবিতিময় বিষাদ মূৰ্ত্ত হৈ উঠিছে বতিচেল্লিৰ ভেনাসত-শাতোব্ৰিয়াঁ, হিৰ্ব্বাট, গ্যেটে, বোদেলিয়াৰৰ কাব্যত।

প্ৰুফকৰ প্ৰেমগীতি ৰচনাকালৰ পিছত ৰচিত দুৰবাৰ কবিতাত শূন্যবাদ বাস্তৱ বিড়ম্বিত ব্যৰ্থজীৱনৰ আত্মনিগ্ৰহৰ করুণা আৰু অসহায়তাৰ ধ্বনি ফুটি উঠিছে। অতীতৰ কোনো কোনো সময়ত প্ৰতীচ্যৰ অভিঘাত প্ৰাচ্যত আৰু প্ৰাচ্যৰ অভিঘাত প্ৰতীচ্যত অনুভূত হৈছিল। পাশ্চাত্যৰ নিঅ'প্লেটনিজমত প্ৰাচ্যৰ মহাবোধিসত্বৰ



করুণাসিক্ত শূন্যবাদৰ অভিঘাত পণ্ডিতসকলে বিচাৰি পাইছে। সুধীন দত্তৰ দৰে দুৰবাৰ কাব্যধাৰাতো বৌদ্ধশূন্যবাদৰ প্ৰভাৱ গভীৰ। কেতিয়াবা ৰবীন্দ্ৰনাথৰ আধুনিকতাইও দুৰবাৰ ৰোমান্টিক দৃষ্টিভঙ্গীক স্পৰ্শ কৰিছে। সম্ভৱতঃ সেই বাবেই ৰবীন্দ্ৰনাথৰ দৰে দুৰবাই বিৰহৰ অনুভূতিৰ মাজত এক নতুন সম্পদৰ সন্ধান পাইছে। সেই নৱতম সন্ধানক সুফী প্ৰেমে করুণ কিৰণ ঢালি নৈৰাশ্যবাদী কৰি তুলিছে।

জীৱন দুৰবাৰ বাবে ব্যক্তিজীৱনৰ বিচৰণ ক্ষেত্ৰ নহয়, বন্দীশালহে। সংসাৰ ব্যক্তিমনৰ আশাক মষিমূৰ কৰা নিৰ্ম্মম নিৰিতি। নৈ, নাও, নাৱৰীয়া প্ৰতীক দুৰবাৰ সংসাৰ চক্ৰৰ ঋকবেদীয় নিৰিতি। (বিৰিঞ্চি কুমাৰ বৰুৱাই ইয়াত ঐতৰেয় ব্ৰাহ্মণত থকা ইন্দ্ৰদেৱতাৰ নিৰ্দ্দেশৰ লগত তুলনা কৰিছে—চৰৈৱতি চৰৈৱতি) চৰাচৰ অনিত্যতা আৰু ক্ষণিকতাৰ প্ৰতীক মানবাত্মাৰ আৰ্ত্তিৰ প্ৰতীক এই চেতনা বৌদ্ধ দৰ্শনৰ flux, অনস্তিত্ব শূন্যবাদ। দুৰবাৰ জীৱনৰ দুঃখবাদ যৌৱনকালৰ অৱহেলিত প্ৰেমৰ অৰ্ঘ্য নে কোমল স্পৰ্শকাতৰ মনৰ বৈৰাগ্য? বৌদ্ধ-দৰ্শনৰ প্ৰতীত্য সমুৎপাদত সমস্ত চেতনজীৱ জগতৰ নিয়মৰ অধীন। জন্মৰ অৱশ্যম্ভাৱী ফল হৈছে মৃত্যু, দুঃখভোগ, দুৰ্ভাবনা, বিষাদ আৰু হতাশা। সংসাৰৰ অনিত্যতা আৰু ক্ষয়িষ্ণুতাৰ মাজত জীৱন ইন্দ্ৰধনু। নিয়তিৰ নিৰ্ম্মমতা আৰু জীৱনৰ নিৰৰ্থকতাত তেওঁ আজীৱন নিমগ্ন থাকিল। এই নিমগ্ন চেতনা বৌদ্ধদৰ্শনৰ "সৰ্ব ধৰ্মাঃ শূন্যাঃ"ৰ সমগোত্ৰীয়। যি সকল শূন্যবাদী তেওঁলোক জাগতিক কোনো বিষয়ৰ দ্বাৰা আকৃষ্ট নহয়। সংসাৰৰ নানান আহুকাল, আশংকা আৰু সাংগঠনিক দিশৰ প্ৰতি দুৰবাই চৰম অৱহেলা প্ৰকট কৰিছে। প্ৰকৃতিৰ প্ৰতি থকা মানুহৰ অনুৰাগ, একাত্মীয়তাবোধ, দুৰবাৰ কবিতাত প্ৰকাশ পোৱা নাই যদিও, প্ৰকৃতিৰ লগত মানৱ চিত্তৰ সম্বন্ধ, আত্মাৰ সুকুমাৰ জ্যোতিৰ্মণ্ডল, দাৰ্শনিক অনুভূতি প্ৰকাশ পাইছে। দুৰবাৰ শূন্য-পৰিচয় আদিত প্ৰকাশ পোৱা জীৱনৰ

গতিধৰ্ম্মৰ universal flux, করুণাসিক্ত চেতনা, বিশুদ্ধ ৰোমাণ্টিক মানসিকতাত বৌদ্ধশূন্যবাদে দোলা দি গৈছে।

আন্ধাৰত শেষ হব জীৱন তোমাৰ
পোহৰৰ ৰেখা আঁতৰিব।
এটি মাথো হুমুনিয়া বতাহ বুকুত
শূন্যে শূন্যে ওপঙি ফুৰিব।

নিয়তিৰ প্ৰতি কবিৰ তীব্ৰ আবেদন আৰু তাৰ যথাৰ্থ উত্তৰ দানতে দুৱৰাৰ কাব্যই সিদ্ধি লাভ কৰিছে। নিৰিতিৰ গহীনতম গৰ্জনত দুৱৰাৰ কাব্যত এক মহত্তম অভিজ্ঞতা সঞ্চিত হৈছে।

'গৰ্জ্জিলে সৰগে গহীন সুৰেৰে
নাই নাই ক'তো আলোকপথ
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানবৰ জীৱন ৰথ।'

এনে উপলব্ধি অসমীয়া কাব্য-চেতনাৰ দুৰ্ল্লভ বস্তু।

—০—

# আমাৰ বাপুতা

শ্ৰীবসন্তলাল দুৱৰা

**আদি পুৰুষৰ কথা**

আহোম স্বৰ্গদেউ চুহুংমুং বা স্বৰ্গনাৰায়ণ ৰজাৰ দিনত গৌড়ৰ সেনাপতি তুৰ্ব্বকে অসম দেশ আক্ৰমণ কৰিবলৈ আহি যুদ্ধত পৰাজিত হৈ নিহত হয়। তেওঁৰ সেনাবাহিনীত গৌৰধ্বজ সিংহ নামৰ এজন ক্ষত্ৰিয়কুলজ হিন্দু লোক অসমলৈ আহি ইয়াতেই বসতি কৰিবলৈ লয়। গৌড়ৰ নবাবৰ সৈতে ইয়াৰ পিছত আহোম ৰজাৰ যি সম্প্ৰীতি গঢ়ি উঠিছিল তাত গৌৰধ্বজে যথেষ্ট অৱদান যোগাইছিল। আহোম ৰজাই গৌৰধ্বজৰ কাৰ্য্যদক্ষতাত মুগ্ধ হৈ তেওঁক ৰজাঘৰীয়া বিষয় বাব দিলে কিন্তু গৌৰধ্বজে যোগ্যতা অনুসৰি পদমৰ্য্যাদা নোপোৱাত নিজ দেশ কনৌজলৈ উভতি যায়গৈ। আহোম ৰজাই এই কথা গম পাই গৌৰধ্বজক কনৌজৰ পৰা মতাই আনি অনেক খাট-পাম লগুৱা-লিকচৌ দি নগাঁৱৰ কপিলী নৈৰ পাৰত বাস কৰিবলৈ দি ৰজাৰ প্ৰধান হিচাব-ৰক্ষক হিচাবে নিযুক্তি দিয়ে। তেওঁ এজন ভাল গণিতজ্ঞ আছিল। ইয়াৰ পিছত তেওঁৰ বুদ্ধিবৃত্তি আৰু বল-বিক্ৰমৰ পৰিচয় পাই ক্ষমতাসম্পন্ন এজন সীমান্তবৰ্ত্তী বিষয়া স্বৰূপে পদ মৰ্য্যাদা দিলে। এই আপাহতে তেওঁ 'দুৱৰা' উপাধি পায়। তেওঁ কায়স্থ ভূঞা সকলৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰে। এই গৌৰধ্বজ সিংহই দুৱৰা কাকতি বংশৰ আদি পুৰুষ। এওঁ ৰজাৰ

সোঁহাত স্বৰূপে ৰাজঘৰীয়া কাৰ্য্য সম্পাদন কৰাৰ পিছতো এওঁৱ কেইবা পুৰুষলৈকে ৰজাৰ প্ৰধান বিষয়বাব পোৱাৰ অধিকাৰী হৈ আছিল। এই বংশৰে এজন সিংহ পুৰুষ হ'ল প্ৰবীণ ৰাজনীতিজ্ঞ —শ্বহীদ মণিৰাম বৰভাণ্ডাৰ বৰুৱা। মোমাই তামুলী বৰবৰুৱাৰ মাটি পিয়লৰ ব্যৱস্থা অনুসৰি এই বংশৰ লোকসকলে শিৱসাগৰৰ চাৰিওত বসতি কৰিবলৈ লয়। এয়ে দুৱৰা কাকতি বংশৰ আদি পুৰুষৰ চমু চিনাকি। ( দুৱৰা কাকতি বংশাৱলী )।

### আমাৰ পৰিয়াল

এই গৌৰধ্বজ সিংহৰ নৱম পুৰুষত জন্মলাভ কৰে আমাৰ ককাদেউতা স্বৰ্গীয় শ্যামসুন্দৰ দুৱৰা। এখেতৰ পাঁচজন পুত্ৰ আৰু দুগৰাকী কন্যা। এই পাঁচজন পুত্ৰ হ'ল ৺আনন্দ সাগৰ, ৺নন্দলাল, ৺ললিতচন্দ্ৰ, ৺কুঞ্জলাল ( আমাৰ পিতৃ ) আৰু সুমলীয়াজনেই হল আমাৰ বাপুতা ৺যতীন্দ্ৰনাথ দুৱৰা। কন্যা দুগৰাকীৰ ডাঙৰগৰাকী গোলাঘাটৰ স্বৰ্গীয় কেশৱকান্ত বৰুৱা ডাঙৰীয়াই ( শ্ৰীনগেন্দ্ৰনাথ বৰুৱা উকীলৰ পিতৃদেৱক ) বিয়া কৰাইছিল। এখেতৰ মাত্ৰ এগৰাকী জীয়েক আছিল। গোলাঘাটৰ মৌজাদাৰ স্বৰ্গীয় গুণ বৰুৱাই বিয়া কৰাইছিল। তেখেতৰ দুজন পুতেক ৺মহেন্দ্ৰনাথ বৰুৱা আৰু ৺জীতেন্দ্ৰনাথ বৰুৱা অলপতে ঢুকায়! সৰু এগৰাকী কন্যাক বলিয়াঘাটৰ স্বৰ্গীয় চন্দ্ৰকান্ত কাকতিয়ে বিয়া কৰাইছিল। তেখেতৰো এটি মাত্ৰ কন্যা—সাহিত্যিক ৺নকুলচন্দ্ৰ ভূঞাৰ পৰিবাৰ,—যাক আমাৰ ঘৰৰ সকলোৱে 'কুইন' বুলি মাতে।

আমাৰ ককাদেউতা ঊনৈশ শতিকাৰ আগভাগতে চাকৰি সংক্ৰান্তত চাৰিওৰ পৰা শিৱসাগৰলৈ উঠি আহে আৰু আমোলাপট্টিতে দিখৌ নৈৰ পাৰত স্থায়ীকৈ বসতি কৰিবলৈ লয়। আমাৰ আইদেউতা আছিল নাজিৰাৰ কায়স্থ বংশোদ্ভৱ ৰায়বৰুৱাৰ ঘৰৰ



৺সূৰ্য্যধৰ ৰায়বৰুৱা আৰু বৰ্ত্তমান ডিব্ৰুগড় নিবাসী অৱসৰ প্ৰাপ্ত সহ ৰাজনৈতিক বিষয়া ( Assistant Political Officer ) শ্ৰীগঙ্গাধৰ ৰায়বৰুৱাৰ দেউতাক স্বৰ্গীয় যোগধৰ ৰায়বৰুৱাৰ বাইদেৱেক ৺পুণ্যদালতা দুৱৰা।

আমাৰ বাপুতা যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম হয় ১৮৯২ চনৰ ৪ মাৰ্চত শিৱসাগৰৰ নিজা ঘৰত। তেখেতৰ জন্ম হেনো অপ্ৰাপ্ত বয়সত হৈছিল সেইকাৰণে সেই সময়ত তেখেত জীয়াই থাকেনে নেথাকে সেয়ে ঘৰখনত আটাইকে চিন্তিত কৰি তুলিছিল আৰু বৰ যত্নেৰে তুলিব লগা হৈছিল। তেখেতৰ এই জন্মৰ চনটো লৈ বৰ্ত্তমান আমাৰ অলপ সন্দেহ হয়। সন্দেহ হয় এই কাৰণেই যে তেখেতৰ বঙালী ভাষাত লিখা যিখন জন্মপত্ৰিকা পোৱা হৈছে সেইখনত এই চন, তাৰিখ লিখা আছে যদিও সোঁৰৱণীৰ নাম "শ্ৰীযুক্ত যতীন্দ্ৰনাথ দুৱৰা" লিখা আছে। আমাৰ অসমীয়া মানুহে সোঁৰৱণীৰ নাম সাধাৰণতে গুপুতে ৰাখে। গতিকে এইখন কিবা কাৰণত পিচত কৰা সোঁৰৱণী বুলি ধৰিব পাৰিছোঁ। সি যি কি নহওক এইখন সোঁৰৱণীৰ মতেই ওপৰত উল্লেখ কৰা তেখেতৰ জন্মৰ চন তাৰিখ সৰ্ব্বসাধাৰণে ধৰি লৈছে তেখেতৰ জীৱিত কালতে। গতিকে আমি তাকে মানি লৈছোঁ যদিও এবছৰ দুবছৰ আগ হব পাৰে।

বাপুতা ঘৰৰ ভিতৰত সুমলীয়া ল'ৰা কাৰণে আটাইৰে বৰ মৰম পাইছিল আৰু দেখিবলৈ চেহেৰা পানীয়ে বৰ ধুনীয়া আছিল। সেই চেহেৰা জীৱনৰ শেষ ভাগলৈকে থাকিল। এবাৰ ১৯৩৮ চনত আমি কলিকতাত থাকোতে তেখেতৰ হোষ্টেলৰ পৰা তেতিয়া তোলা ছবি এখন আনি তাৰে দোকান এখনত বন্ধাবলৈ দিছিলোঁ। তাতে থকা দুজনমান বঙালী ভদ্ৰলোকে ছবিখনৰ পৰিচয় লোৱাৰ পিচত ৰঙালীতে কলে যে এনে ধুনীয়া চেহেৰাৰ মানুহ তেওঁলোকৰ মাজতে বিৰল। সেইখন ছবি এতিয়াও আমাৰ

হাততে আছে। তেখেতৰ গাৰ গঠন আছিল ঠাওকীয়া, শকত, বগা আৰু সকুৰে পৰা গোটেই শৰীৰটো কপাহৰ নিচিনা সোপস্তুপীয়া কোমল। ভিতৰত হাড়ৰ সংখ্যা কমেই আছিল নেকি। এই কোমল মানুহজনক সৰুৰে পৰা বৰ আতোল-তোলকৈ তুলিছিল আৰু গাত ছেকা এটা পৰিবলৈ নিদিছিল। সকলোৰে ডেউকাৰ আঁৰত ডাঙৰ হবলৈ সুবিধা পাইছিল। সৰুৰে পৰা অলপ অকলশৰীয়াকৈ ফুৰিবলৈ ভাল পাইছিল। জেপত কাগজ আৰু পেন্সিল থাকে। সকলোৰে মৰম পাইছিল কাৰণে মৰমৰ আকলুৱা হৈছিল। ককায়েক সকলৰ লগত শিৱসাগৰৰ বঙলা স্কুলত আৰু চৰকাৰী উচ্চ বিদ্যালয়ত শিক্ষা লাভ কৰিছিল। মৰমেই ভাবপ্ৰৱণতা আনি দিছিল। সেয়ে অকণমান কথাতে বৰ ঠেহ পাতিছিল। এই ঠেহ ডাঙৰতো দেখা গৈছিল। সৰুৰে পৰা কবিতাবিলাক বিশেষকৈ ইংৰাজী পাঠ্যপুথিৰ পৰা অসমীয়া ভাষালৈ অনুবাদ কৰি তাৰেই কবিতা ৰচিছিল—আৰু এনেকৈ ৰচোঁতে ৰচোঁতে প্ৰথম কবিতা Twinkle Twinkle ৰ ভাঙনি অসমীয়া কবিতা হৈ ওলায়। তেখেতৰ এই প্ৰচেষ্টাত ককাদেউতাই উৎসাহ দিছিল। তেখেতে বাপুতাক কবিতা বিলাক ৺বেণুধৰ ৰাজখোৱা আৰু ৺ফণিধৰ চলিহা দেৱক দেখুৱাবলৈ সততে কৈছিল। তেওঁলোকে সেইবিলাক চাই দি বাপুতাক কবিতা লিখাত উৎসাহ দিছিল।

**আমাৰ বাপুতা**

আমাৰ পূজনীয় দদাইদেউক আমি সৰুৰে পৰা 'বাপুতা' বুলি মাতিছিলোঁ। তেখেতৰ এই নাম কলিকতাত থকা দুই চাৰিজনে আৰু তেখেতৰ সান্নিধ্যলৈ অহা প্ৰায়বোৰ লোকে জানে, আৰু কোনো কোনোৱে বাপুতা বুলিও সম্বোধন কৰে। কিন্তু বাপুতা



শব্দটো কেনেকৈ আহিল তাকেহে উল্লেখ কৰিব খুজিছোঁ। দদাইদেউ ককাই-ভাই বিলাকৰ ভিতৰত একেবাৰে সৰু আছিল। তেখেতৰ ঘৰত মতা নাম 'বাপু'। আটাইবিলাকে বাপু বুলিয়েই মাতিছিল। তেখেতৰ একেবাৰে ডাঙৰজন ককায়েক অৰ্থাৎ আমাৰ ৰদেউতা ৺আনন্দ সাগৰ ডুৱৰাৰ এজন পুতেক আছিল। ঘৰত মতা নাম 'মইনা' আৰু আচল নাম ৺প্ৰফুল্ল কমল ডুৱৰা. এইজন ককাইদেৱে ওকালতি শিক্ষা শেষ কৰি শিৱসাগৰত ওকালতি কৰিছিল। এখেতে সৰুৰে পৰা দদাইদেউক 'বাপুদেউতা' বুলি সম্বোধন কৰিছিল। সেয়ে আমাৰ সৰুবোৰৰ মুখত বাপুদেউতা ফুকুটি ফুটিল 'বাপুতা'। পিচত আমি ডাঙৰ হলতো 'বাপুতাই' থাকিল। চিঠি পত্ৰ বোৰতো বাপুতাই লিখা হৈছিল। তেখেতে এই সম্বোধনটো বৰ ভাল পাইছিল। তাহানি এবাৰ আমি বহুত দিনৰ মূৰত তেখেতলৈ চিঠি এখন দিছিলোঁ। তেতিয়া চিঠিত 'পূজনীয় দদাইদেউ' বুলি সম্বোধন কৰিছিলোঁ। কিয়নো সেই সময়ত হেনো তেখেত ডাঙৰ মানুহ হৈছে বুলি আমাৰ ঘৰত কোনোৱে কোনোৱে কোৱা-মেলা কৰা শুনিছিলোঁ, সেইকাৰণে বাপুতা বুলি লিখিলে বেয়া পাব আৰু খং কৰিব বুলি ভাবি নতুন সম্বোধন ধৰি চিঠি দিলোঁ। তাৰ উত্তৰ অৱশ্যেই আহিল। কিন্তু প্ৰথমতে সম্বোধনটো লৈ চিঠিতে খং কৰি লিখিলে "কোনটো দদাইদেউৰলৈ চিঠি দিছ? নতুন সম্বোধন কেতিয়াৰ পৰা শিকিলি? ইয়াৰ পিছত বাপুতালৈ চিঠি দিলে বাপুতা বুলিয়ে লিখিবি। মই সেইটো মাতহে ভাল পাওঁ" ইত্যাদি। সেইকাৰণে তেখেতক আমি আটায়ে বাপুতা বুলি মাতিছিলোঁ। ইয়াতো বাপুতা বুলিহে উল্লেখ কৰি যাম।

যতীন্দ্ৰ নাথ ডুৰবা

তেখেতৰ এই নামটোৰো এটি কাহিনী শুনিবলৈ পোৱা গৈছিল। এই কাহিনী লৈ তেখেতক আমি ১৯৬৪ চনলৈকে মাজে মাজে জোকাই ধেমালি কৰিছিলোঁ। সৰুতে তেখেতক হেনো পঢ়াশালিত 'কেদাৰ' নাম দিছিল। এই নামটো তেখেতে বৰ বেয়া পাইছিল আৰু লগৰ লৰাবোৰে হেনো কেদাৰ, গেদাৰ কৰি জোকাইছিল। এবাৰ আমাৰ ঘৰলৈ চাৰিঙৰ ৺কমল ডুৰবা বুলি বৰ দেউতা এজন আহিছিল। চাৰিঙৰ মানুহ আমাৰ ঘৰত প্ৰায়ে আহি থাকেহি। এখেত বুঢ়িছৰ সোঁহাত স্বৰূপে ডিমাপুৰ, মণিপুৰত পুলিচৰ ডাৰোগা কাম কৰিছিল। সেই সময়ত হেনো এখেতৰ প্ৰতাপত বাঘে, ছাগে একেলগে পানী খাইছিল। এখেতক 'কমল ডাৰোগা' বুলিহে জনা গৈছিল। তেখেত আমাৰ ঘৰত থাকোতে কথা প্ৰসঙ্গত লৰা-ছোৱালীবোৰৰ নাম বিলাক সুধিলত ৰাপুতাৰ নামটো কেদাৰ বুলি জানি আৰু ৰাপুতাই তেতিয়াই আপত্তি কৰাত ককাদেউতাক হেনো কলে "দদাইদেউ, বাপুৰ নাম অইন এটা দিয়ক, ই এই কেদাৰটো বেয়া পাইছে" তেতিয়া ককাদেউতাই হেনো, "তয়ে দি থৈ যা, তোৰো নাম থাকিব" বুলি কোৱাত তেখেতে এফালৰ পৰা এসোপা নাম কৈ গ'ল আৰু কেনে লাগিছে বুলি সুধি আছিল। ইয়াৰ ভিতৰত 'যতীন্দ্ৰ' নামটো ভাল পাই তাকে ললে আৰু পিচদিনাই পঢ়াশালিত 'কেদাৰ'ৰ সলনি যতীন্দ্ৰনাথ ডুৰবা কৰিলে। আৰু তেতিয়াও হেনো কিছু দিনলৈ লগৰ ল'ৰাই কেদাৰ, যতীন্দ্ৰ হ'ল বুলি জোকাইছিল।

ঘৰুৱা দুৰ্য্যোগ আৰু প্ৰতিক্ৰিয়া

আমাৰ ঘৰত সুখৰ দিন অন্ত পৰিবলৈ ধৰিলে, নিয়তিয়ে ভুমুকি মাৰিলে। ১৮৯৮ চনত হঠাতে আমাৰ ৰবদেউতা এজন বাপুতাৰ



মাজু ককায়েক ৺নন্দলাল হেনো গুৱাহাটীলৈ পঢ়িবলৈ যোৱাৰ আগ-মুহূৰ্ত্তত কেইদিনমান অসুখত পৰি ঢুকাল। সেয়ে গোটেই ঘৰখনৰে মানসিক অৱস্থা সোলোক-ঢোলোক হৈ পৰিছিল আৰু ইবিলাকক পঢ়োৱাৰ আকাঙ্ক্ষা কমি আহিল। কিন্তু বাপুতা নিচেই সৰু আছিল কাৰণে তেখেতৰ শিক্ষালাভৰ ওপৰত আটায়ে চেষ্টা চলাইছিল। এই বেজাৰতে ১৯০১ চনত হঠাৎ ককাদেউতাৰ অসুখ হ'ল আৰু তেখেতৰ মৃত্যু ঘটিল। ককাদেউতাই মৃত্যুৰ আগমুহূৰ্ত্তত আটাইবিলাক পুত্ৰকে মাতি বেজাৰেৰে কলে "এটাতো গলেই, তহঁতকো একো কৰিব নোৱাৰিলোঁ কিন্তু বাপুক চাবি, তাক পঢ়ুৱাবিহঁক।" তেখেতৰ মৃত্যু-কালৰ শেষবাণী পৰিয়ালৰ সকলোৰে অন্তৰত দকৈ প্ৰবেশ কৰিলে আৰু সেয়ে বাপুতাই উচ্চ শিক্ষা লাভত বিশেষ একো অসুবিধা পোৱা নাছিল। তেখেতৰ ইচ্ছানুসাৰেই গুৱাহাটী আৰু কলিকতাত পঢ়িবলৈ পাইছিল। কলিকতালৈ যাওঁতে দিচাংমুখেদি জাহাজত গৈছিল আৰু লগত প্ৰায়ে আছিল ৺ভোলানাথ কাকতি, ৺গনি মৌজাদাৰ, ৺জামায়ৎদ্দিন চাহাব আদি। এখেত সকল কলিকতাত হেনো বাপুতাৰ স্থানীয় অভিভাৱক আছিল। কলিকতালৈ যাবৰ সময় হলেই আমাৰ ঘৰলৈ আহে আৰু আইদেউতাই বাটত খাবলৈ পিঠাপনা দি পঠায়। কলিকতালৈ গৈয়েই লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ সান্নিধ্যলৈ আহে। বেজবৰুৱা ডাঙৰীয়াৰ ঘৰো শিৱসাগৰ আমোলাপট্টিত। আগৰে পৰা আমাৰ ঘৰৰ লগত ঘনিষ্ঠতা আছিল। সেয়ে বাপুতাক কলিকতালৈ পঠাবলৈ আটায়ে সাহ কৰিলে। সি যি কি নহওক, ১৯১৩ চনত ৰাপুতাই বি. এ. পাচ কৰাৰ খবৰ পালত ঘৰৰ পৰিয়ালে দেউতাকৰ বাণী পালন কৰিব পৰাত সন্তুষ্টি প্ৰকাশ কৰিছিল—সকলোৰে আনন্দৰ লোতক বৈছিল। কিন্তু—দুখৰ অধ্যায়; বাটত কণাবিধি। বি. এ. পাচ কৰাৰ পিছত বাপুতাই ওকালতি পঢ়িবলৈ ইচ্ছা কৰাত আইদেউতাৰ পৰামৰ্শ মতে আটাইকেইজন ককায়েকে গোটখাই পঢ়োৱাবলৈ ললে। আই

দেউতাৰ ইচ্ছা বাপুৱে পঢ়িবৰ মন কৰিছে পঢ়ক, সিয়ে ঘৰখন ধৰিব পাৰিব। বাপুতাই ওকালতি পঢ়িলে। কিন্তু শেষ পৰীক্ষা হোৱাৰ আগতে পুনৰ ঘৰুৱা দুৰ্য্যোগে সকলোকে বিব্ৰত কৰি পেলালে। সেই সময়ত আমাৰ তুগৰাকী বৰ বৌ অৰ্থাৎ বাপুতাৰ মাতৃসমা নবৌয়েক, যি সকলে তেখেতক সৰুৰে পৰা পাইছিল আৰু পুত্ৰবৎ পালন কৰিছিল সেই তুগৰাকী নবৌয়েকৰ ১২ ঘণ্টাৰ ভিতৰতে হোৱা অকাল মৃত্যুৰ বাতৰি আৰু তাৰ এসপ্তাহৰ পিচতে হোৱা তেখেত সকলৰ লৰা-ছোৱালীৰ মৃত্যুৰ বাতৰিয়ে তেখেতক দিগভ্ৰান্ত কৰি পেলাইছিল। কিয়নো ওকালতি পঢ়ি থকাৰ ভিতৰতে এবাৰ ঘৰলৈ আহোঁতে এখেত সকলক কৈছিল, "নবৌ, আৰু এবছৰ কষ্ট কৰাহঁক! অহাবছৰ মই উকীল হৈ আহিম"—। এনে এবাৰ আশাৰ বাণী দি যোৱাৰ পিচত এই মৃত্যুৰ বাতৰিয়ে কেনে প্ৰতিক্ৰিয়া কৰিব পাৰে সি সহজে অনুমেয়। এই সময়তেই তেখেতে মানসিক স্থিৰতা হেৰুৱায়। সংসাৰৰ প্ৰতি বিৰাগ জন্মি কেনিবা যোৱাৰ কথা ভবাৰ বাতৰি ঘৰলৈ অহাত আটায়ে উদ্বিগ্ন হৈ পৰে আৰু বেজবৰুৱা ডাঙৰীয়ালৈ সঘনে চিঠি যাবলৈ ধৰে। এনে সময়তে তেখেতৰ তুজন বন্ধু নিৰুদ্দেশ হয়। এজনক গঙ্গাৰ পাৰত তপস্যা কৰি থাকোতে বাপুতাই গৈ নাম কাঢ়ি মাতিলে আৰু কি কৰিছে বুলি সোধাত তেখেতে হেনো চকু নেমেলাকৈ উত্তৰ দিলে—Whom do you speak, will this body speak? বুলি নিজৰ শৰীৰটোৰ ফালে দেখুৱায়। এখেত সকলৰ কাৰ্য্যই সংসাৰ অসাৰ বুলি ধাৰণা জন্মালে আৰু বাপুতায়ো দাড়ি চুলি ৰাখি অকলশৰীয়াকৈ ফুৰিবলৈ ধৰাত বেজবৰুৱা ডাঙৰীয়াই নি দাড়ি চুলি কাটি বুজনি দিহে ৰক্ষা কৰিলে। সেইবোৰ কথা লিখি অন্ত কৰিব নোৱাৰি। সি যি কি নহওক ওকালতি পঢ়াৰ সামৰণি মাৰি আৰু সেই মানসিক অৱস্থাৰে ঘৰলৈ গুচি আহি ভালেমান দিন অনাই বনাই ফুৰাটো জানিব পৰা গৈছিল আৰু প্ৰায় সেয়ে ঘৰৰ পৰা আঁতৰি প্ৰায়ে ডিব্ৰুগড়ৰ বৰদেউতা স্বৰ্গীয় গুণাভি কুমাৰ তুৰৰাৰ তাত



(শ্ৰীযুতা গৌৰী চলিহাৰ পিতৃদেৱক) আছিলগৈ। সেই সময়ত ডিব্ৰুগড়ত তেখেতৰ ককায়েক তুজনেও চাকৰি কৰিছিলগৈ। ডিব্ৰুগড়ৰ বৰদেউতাৰ ঘৰখন তেতিয়াৰ দিনৰ পৰাই আমাৰ ভাত-ঘৰ আছিল আৰু এতিয়াও সেই সম্প্ৰীতি অটুট হৈ আছে। বাপুতা তাত তেনেকৈ থাকি ডিব্ৰুগড়ৰ জৰ্জ্জ স্কুলৰ চাকৰিত সোমাই কেইবছৰমানৰ পিচতে পুনৰ কলিকতাৰ স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত শিক্ষকৰ পদ পাই কলিকতালৈ যায়। সেই স্কুল আৰু কলেজৰো ছাত্ৰাবাসৰ অধীক্ষক হয় আৰু তাতেই ১৯৪৭ চনলৈকে চাকৰিত থাকে। সেই সময়ৰ ভিতৰতে তেখেত কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়াৰ অধ্যাপকো হয়। স্কুলত তেখেতে বুৰঞ্জী বিভাগৰ প্ৰধান শিক্ষক (Incharge) আছিল।

## চিৰকুমাৰ

তেখেত চিৰকুমাৰ হৈয়ে থাকিল। ইয়াতো এটা কথাই জানিব পাৰিছিলোঁ, ঘটি যোৱা ঘৰুৱা তুৰ্য্যোগ বিলাকত তেখেতৰ অন্তৰ একেবাৰেই ভাগি গৈছিল। কেউফালে মাথো শূন্যহে দেখিছিল। সেয়ে আইদেউতাই বিয়া পতাৰ কথা কোৱাত বাপুতাই সমিধান দিলে, "ইহঁতৰ সংসাৰ দেখিলিয়েই নহয়, আৰু সংসাৰ চাব নেলাগে। মোক এনেকৈয়ে থাকিবলৈ দেচোন।" তেখেত আগৰ পৰাই অলপ ভাবুক আৰু নিৰ্জ্জনতাপ্ৰিয় আছিল। তাতে এইবিলাক পৰিস্থিতিয়ে আৰু অকলশৰীয়াকৈ থাকিবলৈ ইন্ধন যোগালে। ১৯২৬ চনত তেখেতৰ মাতৃদেৱী ঢুকায় আৰু ১৯৩০ চনত ছমাহৰ ভিতৰতে তেখেতৰ তুজনকৈ ককায়েক আৰু এগৰাকী নবৌয়েক ঢুকায়। এই তুজনৰ এজন ককায়েক, যিজনৰ লগত বয়সৰ বেছি তাৰতম্য নাছিল যিজনৰ লগত বন্ধুৰ দৰে কথা-বতৰা হৈছিল, সেই এজন মৰমৰ ককায়েকৰ (আমাৰ পিতৃ) আকস্মিক মৃত্যুত (নৈত পৰি মৃত্যু) অতিকৈ শোক পালে। এই খবৰ বেজবৰুৱা ডাঙৰীয়াই পাই তেখেতক চিঠিৰে সান্ত্বনা বাণী

দিছিল। এইবিলাক ঘটনাই তেখেতক ঘৰ খনৰ প্ৰতি মায়া একেবাৰে নাইকিয়া কৰিলে। ইয়াৰ উপৰি ঘৰখনৰে কিবা এটা হওক বুলি তেখেতৰ ববককাইদেউকৰ (৺আনন্দসাগৰ) একমাত্ৰ পুতেক জনক কলেজত পঢ়ুৱাইছিল আৰু তেখেতেও ওকালতি শিক্ষা সাং কৰি শিৱসাগৰত ওকালতি ব্যৱসায়ত ধৰাত বাপুতাই সন্তোষ প্ৰকাশ কৰিছিল। কিন্তু কালৰ কুটিল গতিত কেইবছৰ মানৰ পিছতে ১৯৩৭ চনত তেওঁ মৃত্যুৰ মুখত পৰে। তেওঁৰ নাম আছিল ৺প্ৰফুল্লকমল দুৰবা বি, এল.। যিকণ আশা বাপুতাই দেখিছিল সেই আশা মাৰ গ'ল।

**ট্ৰাম আৰু মটৰৰ ঘটনা**

১৯৩৩ চনত বাপুতাৰ ট্ৰাম দুৰ্ঘটনা হয় কলিকতাত। ঘটনাটো হয় এনেদৰে—তেখেত ট্ৰামৰ পৰা নামি যাওঁতেই পিচফালৰ পৰা মটৰ এখনে খুন্দা মাৰি দিয়ে। তেখেত পৰি যোৱাৰ পিছত আকৌ মটৰ গাড়ীখনে আৰু এবাৰ খুন্দা মাৰি থৈ যায়। তেখেত জীৱনলৈ ঘুণীয়া হল। আমি তেতিয়া সৰু আছিলোঁ। উকীল ককাইদেউ অসুখ হৈ গুৱাহাটীত পৰি আছিল। চিঠি-পত্ৰেৰে খা-খবৰ লোৱাৰ বাহিৰে কলিকতালৈ কোনো যাব নোৱাৰিলে। এই জীৱন-মৃত্যুৰ সন্ধিক্ষণত ওচৰত আপোন মানুহ নেদেখি তেখেতে বৰ বেজাৰ পাইছিল। এনেয়ে ১৯৩০ চনৰ ঘৰুৱা বিপৰ্য্যয়ে তেখেতক অকল-শৰীয়া লগা যেন কৰিলে। তাতে ১৯৩৩ চনৰ ঘটনা জড়িত পৰিস্থিতি আৰু ১৯৩৭ চনত উকীল ককাইদেউ ঢুকুৱা এইবোৰ বাতৰিয়ে তেখেতক অকলশৰীয়া বুলি ভাবিবলৈ আৰু ইন্ধন যোগালে। সেয়ে বহুতদিন ঘৰলৈ অহা নাছিল। ১৯৩৮ চনত আমি প্ৰথম কলিকতালৈ যাব লগা হোৱাত তেখেতে আমাৰ থকা মেলাৰ সুবিধা কৰি দি শ্ৰীযুত হৰেন কলিতাক স্থানীয় অভিভাৱক পাতি দিছিল। তেতিয়াহে



আমাৰ ঘৰৰ থানথিত লাগি আছে বুলি জানি আৰু আমাক পাই আনন্দৰ চকুলো টুকিছিল। সেই দৃশ্য এতিয়াও মনত আছে। আমি তাত দুবছৰ থকাৰ পিছত ১৯৪০ চনত তেখেতক ঘৰলৈ আনো, আৰু পৰিয়ালৰ মাজত সোমাই তেখেতৰ ঘৰৰ প্ৰতি মোহ পুনৰ জাগি উঠে। তাৰ পিছত তেখেত দীঘলীয়া বন্ধ হলেই ঘৰলৈ আহি আছিল। আমাৰ ককাইদেউও (হেমন্ত দুৰবা) প্ৰায়ে কলিকতালৈ গৈ তেখেতক লগ ধৰিছিলগৈ। ১৯৪৪ চনত তেখেতৰ কলিকতাত টাইফয়ড অসুখত ভোগে। তেতিয়া আমাৰ মাতৃদেৱী আৰু ভনী এজনী (শ্ৰীমতী বিবি) কলিকতাত ভালেমানদিন থাকি তেখেতৰ শুশ্ৰূষা কৰাত আৰোগ্য পথলৈ আহে। ১৯৪৬/৪৭ চনত সাম্প্ৰদায়িক গণ্ডগোলত ককাইদেউ গৈ তেখেতক একেবাৰে ঘৰলৈ লৈ আনে। ১৯৪৮ চনত ডিব্ৰুগড়ৰ কানৈ কলেজত চাকৰি পাই তালৈ যায়। ১৯৬০ চনত তেখেতৰ অসুখ হোৱা দেখি চাকৰি ইস্তফা দিয়াই ঘৰলৈ অনা হয়। ১৯৬৪ চনত ঘৰত তেখেতে শেষ নিশ্বাস ত্যাগ কৰে।

**মনত পৰে**

তেখেত আমাৰ মৰমৰ বাপুতা আছিল, বৰ মৰমীয়াল আৰু খুহুতীয়াও। আমি সৰু হৈ থাকোতে তেখেত কলিকতাৰ পৰা ঘৰলৈ আহিলে তেখেতৰ কাৰণে বেলেগে সাজি দিয়া কোঠাত থাকে। আমি ওচৰলৈ গলে, "চাহাব হৈছোঁ, বিস্কুট খাইছোঁ" বুলি ধেমালি কৰে। সেই সময়ত ঘৰত বিস্কুট সোমোৱা নিষেধ। ঘৰৰ ডাঙৰ সৰু আটাইবোৰৰ লগতে চুপতি মাৰি থাকে। বেজবৰুৱা ডাঙৰীয়া শিৱসাগৰলৈ আহিলে লগত বাপুতা প্ৰায়ে আহে। বেজবৰুৱা ডাঙৰীয়াই 'চুট' কৰি আমাৰ ঘৰলৈ ফুৰিবলৈ আহে। তেখেতক দেখি চাহাব হোৱা কথাটো সঁচা বুলি ধৰিছিলোঁ। পিছত ডাঙৰ-বিলাকে ভুল ভাঙি দিয়ে। বাপুতা কলিকতাৰ পৰা আহিলে

পদ্মলিমুখত ককাইদেৱেক সকলক ভৰি ছুই সেৱা কৰিছিল, কিন্তু পিতৃদেৱতাক সাৰট মাৰি ধৰি আনন্দত চকুলো টুকিছিল। ১৯২৬ চনত 'ওমৰ তীৰ্থ' কিতাপখন আমাৰ ঘৰলৈ পঠায়। আমাৰ ঘৰত উকীল ককাইদেৱে পঢ়ি শুনায়। সেই সময়ত এবাৰ বাপুতা ঘৰলৈ আহি ৺আইদেউতাক 'ওমৰ তীৰ্থ' কিতাপখন কেনে পালে বুলি সোধাত আইদেউতাই হেনো কলে, "কিতাপখন মইনাই ( উকীল ) পঢ়ি শুনালে। ভাল লাগিল, মাজে মাজেহে বেয়া লাগে। ওঁ; ভালেই হৈছে। পিছে তই এটা বেয়া কাম কৰিলি।" "কি কৰিলোঁ" বুলি সোধাত কলে, "এই বুঢ়া গৰীয়াটোৰ লগত এই ফুলকুমলীয়া ছোৱালীজনী দিব নালাগিছিল।"—বুলি কিতাপৰ ভিতৰত থকা ছবিটো দেখুৱায়। আটায়ে হাঁহিছিল। কিতাপত সুৰাৰ কথা বেচিকৈ থকাত পুতেকে মদো খাই বুলি সন্দেহ কৰি কৈছিল, "বিয়া বাৰু পাতিব নেলাগে মদটুপিকে লৈ থাক আৰু এই বোৰকে লিখি থাক।" এই বিলাক কথাই ঘৰত ৰহস্য তুলিছিল। সৰুতে কোনো কাম কৰিবলৈ নিদিছিল বা আৰম্ভকো নাছিল। এবাৰ ককায়েকহঁতৰ লগত আমাৰ ঘৰৰ ওচৰত থকা হাবিখনলৈ গৈ ঘূৰি আহোঁতে কাঠ এডাল কান্ধত তুলি ঘৰলৈ অনা দেখি আইদেউতাই কৈছিল—"মোৰ ইমানবোৰ মানুহ থাকোতে বাপুৱে খৰি আনিব লগা হৈছে মই এইবোৰ চাবলৈকে জীয়াই আছোনে?" সেই দিনাৰ পৰা তেখেতে ধেমালিতো ঘৰলৈ কোনো বস্তু কঢ়িয়াই নানিছিল।

বাপুতা সকলো বিষয়তে বৰ পৰিপাটি, চিজিল আৰু চিক্‌চাকো আছিল। খোৱা-বোৱা, পিন্ধা-উৰা, ফুৰা-চকা সকলোতে। কোঠাটো এনেকৈ সজাই থব যে হাত দিলেই বস্তু পোৱা যায় যাতে। পিন্ধনত চুৰীয়া ছোলাৰ ভাঁজ কেতিয়াও নাভাগিছিল। চুৰীয়াৰ থোৰত পদুম ফুল ফুলোৱা প্ৰথম দেখিছিলোঁ। সকলো কথাতে আটোম টোকাৰি আছিল। বিচনা ঢকা খনো এনেদৰে পাৰিব লাগে যাতে চুক এটাও বেঁকা বা সোঁতমোচ হৈ থাকিব নোৱাৰিব। কলিকতাত শ্ৰীসাধন



ঘোষ নামে তেখেতৰ বান্ধনি-লৰা এটি আছিল। তেওঁৱেই হাতধৰা লিগিৰা আছিল। তেওঁক বৰ বিশ্বাস কৰিছিল। অন্য কি ভিতৰত কৰি দিয়া চাহকাপত কেতিয়াবা ধোঁৱাৰ গোন্ধ আছে বুলি নতুনকৈ কৰি আনিবলৈ দিয়ে। সেই চাহকাপকে সাধনৰ হাতত পঠাই দিলে গোন্ধ-ভাপ নাইকিয়া হৈ পৰে। নিজৰ অন্তৰ যেনেকুৱা অন্যৰো তেনে বুলি বিশ্বাস কৰে। দোকানীয়ে ভাল বুলি দিয়া বস্তুটো ভাল হবই লাগিব। ঘৰত আটাইয়ে ভাল বুলিব লাগিব, নহলে বিপদ। তেখেতৰ ভাব দোকানীয়ে মিছা কথা ক'বনে? খোৱা-বোৱাত অসমীয়া জুতি বৰ বিচাৰিছিল। অসমীয়া জুতিৰে ৰান্ধি খুৱাবলৈ সাধনক আমাৰ আয়ে শিক্ষা দিব লগা হৈছিল। তেখেতৰ কাৰণে ওচৰ চুবুৰীয়াৰ পৰা শুকান কোমোৰা, পুৰণি থেকেৰা বিচাৰি আমি আনি দিব লগা হৈছিল। সাধন বোলা ল'ৰাজন তেখেতৰ লগত সৰুৰে পৰা আছিল আৰু সেয়ে বিশ্বাসৰ পাত্ৰ হৈছিল। সাধন ডিব্ৰুগড়লৈকে আহিছিল যদিও আমাৰ ভাই শ্ৰীমান প্ৰশান্ত, কেতিয়াবা শ্ৰীমান অনন্তক লগতে ৰাখিছিল। সাধনে এবাৰ কলিকতালৈ গৈ বিয়া পাতিলে। তেখেতে এই খবৰ পাই বৰ অসন্তোষ কৰা দেখা গৈছিল। ভালেমান দিনৰ পিচতহে সাধনক তেওঁৰ পৰিবাৰক আনিবলৈ অনুমতি দিছিল। সাংসাৰিক জঞ্জালৰ পৰা মুক্ত হৈ থাকিব পাৰিম বুলি ভাবিছিল যদিও শেষত সাধনৰ সংসাৰে তেখেতৰ চিন্তাধাৰাত বিজুতি ঘটালে। যি কি নহওক সাধনৰ পৰিয়ালৰ লগত সহজ হৈ আহিছিল যদিও ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত হঠাৎ সাধনে আমাৰ খবৰ নিদিয়াকৈ বাপুতাক এৰি থৈ তাৰ পৰাই কলিকতালৈ উৰা জাহাজেদি উৰি গ'ল। এইদৰে সাধন গুচি যোৱাত তেখেতে বৰ বেজাৰ পালে। আমি তৎমুহূৰ্ত্তে খবৰ পোৱাত আৰু সততে অসুখ হৈ থকা দেখি ঘৰলৈ লৈ আনো। ১৯৩৩ চনৰ ঘটনাই তেখেতক বৰ ভয় খুৱালে। তাৰ পিচৰ পৰা অলপ জটিল সমস্যাতে তেখেতক বিব্ৰত বা মনৰ স্থিৰতা হেৰুৱা দেখা গৈছিল। সেই অস্থিৰতা মৰণ কাললৈকে

থাকিল। লগত কোনো এজনৰ সহায় নোলোৱাকৈ কেনিও নগৈছিল। সেয়ে তেখেতৰ ফুৰা-চকাত আমি প্ৰায়ে লগত থাকিব লগা হৈছিল আৰু লগত থাকিলেই তেখেতৰ মুখত বঙালী অসমীয়া কবিতাৰ ধুনীয়া ধুনীয়া পংক্তি শুনিবলৈ পাইছিলোঁ।

আগতেই কোৱা হৈছে তেখেতৰ শৰীৰৰ গঠন যেনেকুৱা কোমল অন্তৰখনো বৰ কোমল প্ৰাণৰ আছিল। কাবো দুখ-বেজাৰ, মৃত্যুৰ বাতৰি সহ্য কৰিব নোৱাৰিছিল। কোনো আপোন মানুহ বা তেখেতৰ অসমীয়া বা বন্ধু বিশেষকৈ মৰমৰ ছাত্ৰস্থানীয় লোকসকলৰ মৃত্যুৰ বতৰা পাই কান্দি পেলাইছিল। ঘৰতো কোনো লৰা-ছোৱালীয়ে কন্দা সহ্য কৰিব নোৱাৰিছিল, কন্দা শুনিবলৈ পালেই নিচুকাবলৈ কয় আৰু মাকক বিচাৰি দিবলৈ কয়। ক'ৰবাত গৰু বা ছাগলী পোৱালিয়ে বেবাই থকা শুনিলে নিজে কৈ থাকে 'আয়ৈ দেহি, সেই পোৱালিটোৱে মাকক বিচাৰি ফুৰিছে, এস্ মাকজনীনো যায় কলৈ। হেৰ, কোন আছ যা-চোন মাকজনীক বিচাৰি দেগৈ—' ইত্যাদি—। আমি কওঁ 'এ বাপুতা, সেইবোৰ পোৱালিয়ে এনেয়ে চিঞৰি থাকে মাকবোৰ ওচৰতে থাকে—।' "অ' হয়নেকি তেনেহলে ৰক্ষা"—এয়ে তেখেতৰ প্ৰাণ।

তেখেতে হস্তৰেখা গণনা কৰিব জনা কথাটো বহুতে নাজানে। তাহানি এবাৰ ঘৰলৈ আহোঁতে আটাইবিলাকৰে হাত দেখুওৱা হ'ল। সকলোৰে কথা বিলাক কোৱাৰ পিচত ককাইদেৱেক সকলৰ কেনেকৈ মৃত্যুৰ সম্ভাৱনা আছে তাকো কৈছিল। আচৰিত কথা পিচত ঠিক তেনেকৈয়ে তেখেত সকলৰ মৃত্যু হৈছিল। এই কাৰণেই পিচলৈ হাত চাবলৈ এৰি দিছিল।

**কলিকতাৰ কথা**

তেখেতে আমাক কৈছিল কলিকতাত থাকোতে তাৰ প্ৰায়বোৰ সম্ভ্ৰান্ত লোকৰ লগত পৰিচয় হৈছিল। অইন কি কবিগুৰু ৰবীন্দ্ৰনাথ



ঠাকুৰৰ লগতো ভাল পৰিচয় হয় আৰু তেখেতে বাপুতাক চেনেহ কৰিছিল। পিচে সেই ৰবি ঠাকুৰৰো এষাৰ কথাত তেখেতে অলপ বেয়া পাইছিল। প্ৰথমবাৰ হেনো কবি ঠাকুৰ অসমলৈ আহি অসমৰ মাটিত ভৰি দিয়েই কৈছিল—"জায়গাটা বড্ড চোট, ভাষা কি ৰকম বাড়বে।" সেই সময়ত এইষাৰ উক্তিয়ে বহুতৰ অন্তৰত লাগিছিল। কলিকতাত পঢ়িবলৈ যোৱা ভালেমান অসমীয়া ছাত্ৰৰো তেখেত স্থানীয় অভিভাৱক আছিল।

**ডঃ আৰ্কহাট ; এডৱাৰ্ড ; তৰুণ ফুকন**

তেখেতে ১৯৩৩ চনত হোৱা মটৰৰ ঘটনা সম্পৰ্কত ডঃ আৰ্কহাট চাহাবৰ কথা প্ৰায়েই কৈ থাকে। এইজন চাহাব তেখেতৰ শিক্ষা গুৰু আছিল আৰু পিচলৈ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যও আছিল। এখেতে বাপুতাক খুব মৰম কৰিছিল। মটৰৰ ঘটনা হোৱা সময়ত হেনো এখেতে টেনিচ খেলি আছিল। কোনোবাই খবৰ দিলেগৈ, 'Sir, Dowara is run over.' শুনিবলৈহে পালে ৰেকেট পেলাই থৈ একেবাৰে মেডিকেল কলেজ পালেহি। তেতিয়ালৈকে বাপুতাক ডাক্তৰ সকলে কোনোবা ক'ৰবাৰ বুলি প্ৰাথমিক চিকিৎসা দি পেলাই থৈছিল। চাহাবে হেনো "Where is Jatin, where is Jatin" বুলি খবৰ কৰাতহে আচল চিকিৎসা পাইছিল। ৪ দিন অজ্ঞান অৱস্থাত আছিল। সেই সময়ত কলিকতাত থকা অসমীয়া ছাত্ৰ আৰু অন্যান্য লোক সকলৰ অক্লান্ত শুশ্ৰূষাত হে জীৱন লাভ কৰিলে। সেই সময়ত দিল্লীত থকা দেশভক্ত তৰুণ ফুকনেও বাপুতাৰ এই ঘটনাৰ খবৰ পাই লৰালৰিকৈ কলিকতালৈ আহি চাই যায়হি। ফুকনে বাপুতাৰ ওচৰত বৈ থকা চিকিৎসক সকলক "Life, Life, money is out of question.," বুলি হুলস্থুল লগাইছিল। প্ৰথম অৱস্থাত কৰ্ত্তব্যত আওহেলা কৰা চিকিৎসক কেইজনৰ ওপৰত চাহাবে ব্যৱস্থা লব খোজাত আটাইকেইজনে আহি বাপুতাক ক্ষমা

খুজিছিলহি, "আমিতো আপনাৰ সঙ্গেই আছি। চাহাব আমাদেৰ উপৰ একেবাৰে ৰেগে গেছেন" পিচত চাহাবক কোৰাত যেনিবা সেইসকল ৰক্ষা পৰিল।

আৰ্কহাট চাহাব সততে বাপুতাৰ হোষ্টেললৈ আহি তেখেতৰ কোঠাত বহি থাকেহি। বাপুতাৰ আৰামী চকীখনৰ নাম বেজবৰুৱা ডাঙৰীয়াই 'কেবেপ' দিছিল। এইখন চকী অলপ বেলেগ পদ্ধতিত সজা। বেজবৰুৱা ডাঙৰীয়া আহিলেও এইখনৰ কথা সুধি বহেহি। আৰ্কহাট চাহাব আহি এইখন চকীত বহে। বহিলে সাউতকৰে উঠিব নোৱাৰে। চাহবে উঠি কয়; 'Well Jatin this chair is very tempting after all it is bad' বুলি হো হো কৰে হাঁহি কৈ গুচি যায়। এইজন চাহাব যেতিয়া পেন্সন লৈ স্বদেশলৈ যায়গৈ তেতিয়া বাপুতাই মাত লগাবলৈ যাওঁতে মৰমেৰে কৈছিল "Don't you be fighting with the motor car again my boy. I can't come back this time." তেতিয়া বাপুতাই বেজাৰেৰে কৈছিল, 'Sir, you have given my life back". চাহাবে কয়, "Oh no! no! God has given your life back, use it well." এইবোৰ কথা আমাৰ আগত কওঁতে কওঁতে বাপুতাৰ চকু পানী ওলায়। আকৌ কয় 'এনেকুৱা মানুহ, আজি ক'ত ওলাব। ক'ত আৰ্কহাট চাহাব, এডৱাৰ্ড চাহাব।

এই এডৱাৰ্ড বোলা মৰমীয়াল অধ্যাপক এজনৰ কথাও বৰকৈ কয়। এইজন চাহাবে ছাত্ৰবোৰৰ ওপৰত টোপকে পৰিবলৈ নিদিয়ে হেনো। ওচৰৰ শ্ৰেণীৰ শিক্ষকে আহি আপত্তি দিলে এখেতে কয়— "Well they are boys, so, they are making noise. What would you do, if you were a student." ইজন উত্তৰ শুনি আঁতৰি যায়। এইজন অধ্যাপক অৱসৰ লৈ যাবৰ সময়ত বিদায় সভাত চকুপানী টুকিটুকি ছাত্ৰ বিলাকক কৈছিল," I shall no longer be surrounded by the smiling faces



of the boys. I shall have to pass my days in the chymney corner counting my days, that are to come. But; boys, whereever you go you have my blessings always. Boys will come and boys will go, but, I your old Professor will have to pass his days alone" ...ছাত্ৰসকলে চকুপানী টুকিছিল।

তেখেতৰ সহপাঠী যোৰহাটৰ কমল শইকীয়াৰ কথা আৰু তেখেতৰ লগত চুপতি মৰাৰ কথা কয়। কলিকতাত থাকোতে পাৰ্ব্বতী প্ৰসাদ তেখেতৰ ওচৰলৈ আহে হেনো। তেখেত আহিলে হেনো নাচি নাচি গীত গাই বাপুতাৰ কোঠালৈ সোমায় আৰু নাচৰ চলতে কাগজৰ সাপ বাপুতাৰ গালৈ দলি মাৰি দি ভয় খুৱায়। বাপুতাৰ অসুস্থ অৱস্থাৰ খবৰ কৰিবলৈ বৰুৱা ডাঙৰীয়া আমাৰ ঘৰলৈ আহিছিল আৰু তেতিয়া এই কথাবোৰ আমাৰ আগত কৈছিল। এনেকৈ অতীতৰ বহুত স্মৃতি, বহুত লোকৰ কথা অথচ সৰু সৰু কাহিনীবোৰ আমাৰ আগত কৈ কৈ হুমুনিয়াহ পেলাই থাকে।

**ব্যক্তিগত**

তেখেতৰ নিজৰ জীৱনী লিখাৰ কথা কলে কয়, জীৱনটোৱেই সাঁথৰ, মোৰ জীৱনেই নাই। জীৱনী লিখিম ক'ত? মইনো কিটো কৰিলো যে মোৰ জীৱনীৰ পৰা কাৰোবাৰ উপকাৰ হব? কাঠৰ মুঢ়া হলো; কাৰো একো উপকাৰ কৰিব নোৱাৰিলোঁ। বলিয়ালি কৰি কথা কিছুমান লিখিলো তাকে মানুহে কবিতা বুলি আদৰি ললে—ইত্যাদি। এয়ে, এনেধৰণৰ আছিল উত্তৰ। তেখেতে প্ৰায়ে চিনা পৰিচয় থকা লোকৰ খবৰ সুধি থাকে। কাৰবাৰ মৃত্যুৰ বাতৰিয়ে মনত আঘাত দিয়ে বুলি আমি নোকোৱাকৈ থাকো। কেইদিনমানৰ পিচত অন্য কথাৰ লাচতে খবৰটো দি পাতলাই দিওঁ। এনেকৈ খবৰ লৈ থাকে দেখি এবাৰ শ্ৰীযুত নীলমণি ফুকন

ডাঙৰীয়া, নকুল ভূঞা, পদ্মধৰ চলিহা এখেত সকলক মাতি আনি ঘৰত বাপুতাৰ সৈতে একেলগে ভাত এমুঠি খুৱাওঁ। আৰু এজনক বিচাৰিছিলোঁ। শিৱসাগৰত থিতাতে পোৱা নহল কাৰণে আমি মনত আক্ষেপ কৰিছিলোঁ। শিৱসাগৰৰ এইসকল সাহিত্যিকক লগ খুওৱাটোত আমাৰ হেঁপাহ এটিও আছিল। যি কি নহওক বাপুতাই এনেদৰে আটাইকেইজনক লগ পোৱাত বৰ আনন্দ পাইছিল আৰু কৈছিল, "মোৰ কি ভাগ্য আপোনালোকক আজি একেলগে দেখিবলৈ পালো। থাকিমনো কেইদিন? আহিব মাজে মাজে।"

এইজন মৰম আকলুৱা আমাৰ বাপুতাক আমি সততে অকলে এৰি নিদিছিলোঁ। দুভাৰ্গ্যবশতঃ আমি আমাৰ পিতৃদেৱক পৰিচৰ্য্যা কৰিবলৈ নেপালোঁ। সেয়ে বাপুতাই আমাৰ পিতৃৰ আসন অধিকাৰ কৰিছিল। আমাৰ মাতৃয়ে তেখেতক পুত্ৰবৎ স্নেহ কৰিছিল। শেষত উল্লেখযোগ্য নহয় যদিও তেখেতে প্ৰায়ে বেজাৰ কৰি আমাক কয়, "বাপ, তইঁতে মোৰ কাৰণে বহুত কৰিছ। মইহে একো কৰিব নোৱাৰিলোঁ। মোৰ ভুল হ'ল। এইটোৱে মোৰ দুখ থাকি গ'ল।" আমি ধেমালি কৰি উৰাই দিওঁ সেইবোৰ কথা, বাদ দিবলৈ কওঁ আৰু অতীতক পাহৰি যাবলৈ কওঁ। কিন্তু তেখেতে "এৰা" বুলি হুমুনিয়াহ কাঢ়ে। কিন্তু আমি তেখেতৰ লগত শেষলৈকে ধেমালি কৰিয়েই কটালোঁ। অসুখত পৰি থকা শেষৰ দিনকেইটা মনত পৰিলে আমাৰ এতিয়াও বৰ দুখ লাগে। তথাপি তেখেতক শুশ্ৰূষা কৰাটো আমাৰ পৰিয়ালৰ জীৱনৰ ব্ৰত বুলি ধৰি লৈছিলোঁ। মৃত্যুৰ মুখৰ পৰা টানি আনিবলৈ চেষ্টা কৰিছিলোঁ কিন্তু তেখেতে আমাক এৰি থৈ গ'লগৈ। ঈশ্বৰে তেখেতৰ আত্মাক শান্তি দিয়ক।*

---

*দ্ৰঃ [illegible] বাপুতা[illegible]ৰ কথাখিনি আমাৰ আইৰ পৰা সংগ্ৰহ কৰা। (লিখক[illegible]

# কবি দুৰ্বাৰৰ পত্ৰ-সাহিত্য

[ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱালৈ লিখা চিঠি ]

(১)

Sibsagar
Assam.
14. 5. 26

শ্ৰীচৰণেষু,

আপোনাৰ মৰমৰ চিঠিখনি যথাসময়ত পাই বং পালোঁ। আজি-কালি বিষাদৰ কথা বৰকৈ নেলেখোঁ আৰু মোৰ আগৰ চিঠিখনত সিমান বোধহয় নাছিল—মাথোন অকল লেখিছিলোঁ যে, ৰোহিণীকো সেইবিধ ৰোগে ( অৱশ্যে আপোনাৰ মতেহে ) ধৰিছে। অকল তেওঁৰ কথা কওঁ কিয়? ইয়াত যত আমাৰ লগৰ মানুহক দেখিছো সকলোৱেই সেই একে গুৰুঘৰৰে সেৱক। এওঁ বিলাকতকৈ মই বহুত গুণে ভালে আছোঁ। মোক বোধহয় আপুনি বৰ বেছি বুলি ভাবিছে। কিন্তু এওঁবিলাকক দেখিলে যে আপুনি কি কৰিব ক'ব নোৱাৰোঁ। অন্ততঃ একুৰি এটা বক্তৃতাৰ ঠাইত চাৰিকুৰি চাৰিটা মান দিব লাগিব।

যাওঁক সেইবোৰ কথা। ইয়াত হ'লে বৰ ঠাণ্ডা, ৰাতি বৰষুণ আৰু দিনত অলপমান 'ৰ'দ। Sambalpurঅৰ November মাহতকৈ ইয়াত বেছি ঠাণ্ডা। ইয়াত আহি দুঠাইত বক্তৃতা দিব লগীয়া হৈছিল—ওমৰ খায়ামৰ সম্বন্ধে, এখন···Town Hallঅৰ public meeting অত আৰু আন এখন কালি Bezbaroa School

অত। আজি ক'ত হয় ক'ব নোৱাৰোঁ। অৱশ্যে মোৰ এই সকলোখিনিৰে গুৰি আপুনিয়েই হে। যদি মানুহে কিবা ভাল পাইছে, সেইটো আপোনাৰ কাৰণেহে—অৱশ্যে অক্ষমতা হ'লে মোৰ নিজৰ, তাত আপোনাৰ অকণো ভাগ নাই। সঁচা-সঁচিকৈয়ে এতিয়া শিৱসাগৰ দেখিলে বৰ বেজাৰ লাগে। আগৰ ডাঙৰ মানুহৰ সতি-সন্তান সকলৰ অৱস্থা বৰ শোচনীয়। তেওঁলোকৰ ঘৰবাৰী আগতকৈতো ভাল নহয়; বৰঞ্চ দিনকদিনে তললৈহে গৈছে। শিৱসাগৰ দেখিলে Goldsmithৰ Deserted Village অৰ কথা মনত পৰে। কিন্তু ইয়াৰ Vitality হ'লে এতিয়াও মাৰিব পৰা নাই। Govt. Head quarter তুলি নিয়েই ইয়াৰ এনেকুৱা জুকলাজুপুৰা অৱস্থা কৰিলে, কিন্তু Vitality হলে মাৰিব নোৱাৰিলে—সেইটো ইয়াৰ climateঅৰ গুণ। এতিয়া সকলোৱেই মুক্তকণ্ঠে স্বীকাৰ কৰে যে আসামৰ অইন সকলো ঠাইতকৈ ( অৱশ্যে Shillongঅৰ বাহিৰে ) ইয়াৰ climate ভাল। বৰ্ত্তমান বেল হৈছে, লগে লগে ইয়াৰ importance আকৌ বাঢ়ি আহিছে। দীঘল টোপনিৰ পৰা যেন সাৰ পাইছে। কিন্তু দুখৰ বিষয় এই জাগৰণত ইয়াৰ অসমীয়া মানুহে যোগ দিব পৰা নাই। তেওঁলোক কঁকাল-ভগা মানুহৰ দৰে পৰি আছে—সমুখতে যি এটা struggle for existence আহিছে, তাত এওঁলোক টিকিব নোৱাৰিব, চিটিকি উফৰি পৰিব—হয়তো গাঁৱে-ভুঞে পলাব লাগিব। যদিও সময়ত শিৱসাগৰ আকৌ ৰমক জমক হৈ উঠিব, আৰু এখনি health resort হ'ব, কিন্তু ই আৰু আমাৰ আগৰ পুৰণি চিনাকি ৰংপুৰ হৈ নেথাকে। বাহিৰৰ মানুহ আৰু আন আন বিদেশী সকলোৱেই ভৰি যাব। আমাৰ চিনাকিৰ ভিতৰত বিচাৰিলে কাচিৎহে দুজন এজন দৰৱত দিবলৈ ওলাব।

কালি ৺তুলসীৰাম শৰ্ম্মা বৰুৱাৰ পুতেক শ্ৰীযুত আনন্দৰাম বৰুৱাই আপোনালৈ এখন চিঠি লেখিছে। তেওঁ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাক 'হেম কোষ'ৰ দ্বিতীয় তাঙৰণ উলিয়াবলৈ লেখিছে আৰু আপোনাকো



তেওঁক অনুৰোধ কৰিবলৈ কৈছে। এতিয়াও বপুৰীয়ে দেখিলে যে তেওঁ মুখখন ৰবকৈ মেলাত অসম সাহিত্য সভাই সেই ডাঙৰ আঁটো ভৰাব নোৱাৰি অইন ফালেহে গতি ল'লে—ফলত 'চন্দ্ৰকান্ত অভিধান'ৰ কাম আৰম্ভণ। কালি মোৰ ওচৰলৈ তেওঁ আহিছিল। মই বেছকৈ দুখাৰমান কথা শুনাই দিলো, আৰু ক'লো যে, তেওঁ যি mischief ধনৰ লোভত কৰিলে, সেইটোৰ ক্ষতিপূৰণ হোৱা বৰ টান। এতিয়াও যদি সোনকালে, 'হেমকোষ'খন ওলায়, তবু মঙ্গল। মই 'হেমকোষ'খন ওলাবলৈ ইমান আগ্ৰহ কিয় কৰিছোঁ তাক বুজিবই পাৰিছে; যথা—"চন্দ্ৰকান্ত অভিধান"ৰ ভাষাৰ নমুনা শুনক—অকলশৰে, অকলশৰীয়া—আকালছাৰ ইত্যাদি। সেই কাৰণেই আকৌ 'হেমকোষ' ওলোৱাত মই ভাষাৰ ম·ল বুলিছোঁ। মই কাইলৈ Dibrugarhঅলৈ যাম আৰু আগৰৱালাৰ লগত দেখা কৰি এই বিষয়ে ক'ম। আপুনিও তেওঁলৈ লেখিব। আৰু ৺তুলসীবাবুৰ পুতেকলৈকো লেখিব যে, মুখৰ আঁটো যেন সৰু কৰে। কাৰণ যদিও এতিয়া তেওঁৰ আঁটো সৰু হৈছে, তত্ৰাচ আগৰৱালা ডাঙৰীয়াই যদি ছপাবলৈ আগ্ৰহ দেখুৱায়, হয়তো তিলিকতে আঁটো ডাঙৰ হৈ যাব। সঁচাকৈয়ে এনে মানুহবোৰক মোৰ দেখিবৰ মন নেযায়।

আমাৰ ইয়াত সকলোৰে ভাল। কালি আপোনাৰ ককাইদেৱক শ্ৰীযুত বিনন্দ বেজবৰুৱাক লগ পাইছিলোঁ। আৰু আপোনাৰ কথা কলোঁ। তেখেতৰ গা ভাল। আমাৰ শ্ৰীযুতা আইতাই এতিয়াও আপোনাৰ কথা কয়। কালি কৈছে যে, আপুনি বৰ ভাল ল'ৰা, কাৰণ চাৰি-চকুৱা ৰেঘা লোৱা মেকুৰী পোৱালি এটা দি কলিকতালৈ যোৱাৰ সময়ত বিদায় লৈছিল। আৰু দুটা-তিনিটা হেনো ভাটৌ পোৱালি দিছিল। আজি কালি হেনো সংসাৰখন উলটিল, কাৰণ কোনেও আগৰদৰে তেখেতক আৰু মেকুৰী পোৱালি আৰু ভাটৌ শালিকা ইত্যাদি নিদিয়ে। মোৰ এই চিঠিৰ উত্তৰ C/o Raibahdur Sadananda Dowerah, B. L. M. L. C,

P. O. Rehabari, Dibrugarh বুলি পঠাব। সেৱা গ্ৰহণ কৰিব। শ্ৰীযুতা Mrs. Bezbaroa কো দিব। আশা কৰোঁ ভালে আছে। ইতি

আপোনাৰ মৰমৰ
যতীন্দ্ৰ

(২)

শ্ৰীচৰণেষু,

ইয়াৰ আগেয়ে আপোনালৈ এখন চিঠি লিখিছিলোঁ, আপুনি বোধহয় বিশেষ ব্যস্ত বুলি তাৰ সমিধান দিব নোৱাৰিলে। পাছত পাৰিলেহেঁতেন যদিও এই চিঠিখন লিখি তাৰ বাট বন্ধ কৰি দিলোঁ।

সিদিনাখন শ্ৰীযুত বাণীকান্ত কাকতিৰ মুখে শুনিলোঁ হেনো আপোনাৰ নামতে আঁউজি "বাঁহী"ত ৰাজনীতি সুমুৱাবলৈ যো-জা কৰিছে। আপুনি কি মত দিছে ক'ব নোৱাৰোঁ। মই হলে কওঁ—"বাঁহী"ত যেন ৰাজনীতি নুসুমুৱায়। কিয়নো, মোৰ মনেৰে প্ৰকৃত ৰাজনীতি স্বাধীন দেশত আছে যদিও, আমাৰ এই অভিশপ্ত গোলামৰ দেশত নাই। ইয়াত আছে মাথো নকলনবিচৰ হেঁপাহৰ কামধেনু মৰা গৰুৰ ছালেৰে ছোৱা পলিটিক্‌ছৰ জুমুধিটো আৰু তাৰে ভাৱনা পাতি যত দানৱৰ প্ৰহসন আৰু দেৱতাৰ চকুৰ লোতক সৰা The most stupendous tragedy in the whole range of human activities. তাৰ উপৰি যিটো কেঁকোবাৰ মূৰ নাই, তাৰ মূৰ কামোৰণিৰ দৰৱ 'বাঁহী'ৰ পাতত উলিয়াই আৰু ইমান দিনৰ মূৰত হঠাতে আপুনি যদি ইমান দূৰৰ পৰা তাৰ গুৰি ধৰিবলৈ যায়, তেনেহলে এই কাঙ্কুলি মাছৰ দৰে ছল পালেই ইপিঠি ছল পালেই সিপিঠি কৰা, ঔবিজলীয়া বিষয়টো আপুনি যে চম্ভালিব পাৰিব সেইটো মোৰ পক্ষে আশা কৰা বৰ টান। ইয়াৰ মানে ৰাজনীতি ক্ষেত্ৰতযে আপোনাৰ কলমৰ জোৰ নেথাকিব তাক কোৱা নাই, বৰং



আপুনি নিজে চলোৱা হলে পলিটিক্‌ছৰ নামতো সাৰ্ব্বজনীন ভাব আনিব পাৰিলে হেতেন বুলিহে মোৰ বিশ্বাস। কিন্তু এইটো মই ডাঠি ক'ব পাৰো যে যি ঠাইত আৰু যাৰ হাতত আপুনি "বাঁহী"ক গতাই দিব সেই ঠাইত আৰু সেই সকলৰ মানত ৰাজনীতি মানে সঙ্কীৰ্ণ ক্ষেত্ৰ—দলিয়া-দলিৰ ঠাই।

সকলোতকৈ ঘাই কথা এই যে, ইমান দিনে আসামত "বাঁহী"য়ে এটা স্বকীয়া স্বতন্ত্ৰীয়া সুৰ বজাই আহিছে; আৰু আজি যদি সেই সুৰ বিকৃত হয়, তেন্তে "বাঁহী"ক সঁচা-সঁচিকৈ ভাল পোৱা কোনো পাঠকে তাক সহ্য কৰিবলৈ টান পাব। কাৰণ তেওঁৰ মানত 'বাঁহী'ৰ সুৰ সলোৱা মানে "বাঁহী"ৰ অস্তিত্ব একেবাৰে লোপ হোৱা। কিন্তু মই জানো যে "বাঁহী"ৰ অস্তিত্ব লোপ হব নোৱাৰে। কিছু দিনলৈ নিমাত হৈ ধোঁৱা চাঙত পৰি থাকিলেও ভবিষ্যতে যে "বাঁহী"ৰ পৰা ভাল সুৰহে ওলাব তাক আশা কৰিব পাৰো; কিয়নো মোৰ বিশ্বাস যে, আপোনাৰ পাছতো "বাঁহী"ৰ অস্তিত্ব ৰখাৰ পৰা বা পুনৰ মাত উলিয়াব পৰা উপায় "বাঁহী"য়ে নিজে গঢ়ি আহিছে কিজানি।

ল'ৰালি কালৰে পৰা 'বাঁহী'ৰ লগত একেলগে ডাঙৰ-দীঘল হোৱা বুলি মোৰ ক'ব লগীয়া এই কেআষাৰ ক'লো।

আশা কৰো আপোনাৰ মঙ্গল। শ্ৰীযুতাৰ পৰা এখন চিঠি পাইছিলোঁ। তেখেতক মোৰ সেৱা জনাই ক'ব যে তেখেতে কিতাপ-খন পঠাই দিলে চেপাখানাত সুধি তাৰ এটা হিছাপ পঠাইহে তেখেতৰ মতামত জানিব পাৰিম। মই সেইখন কিতাপ আমাৰ association তাৰ হতুৱাই চেপাবলৈ যত্ন কৰিম। তেতিয়া হ'লে কাম সুকলমে হৈ উঠিব বুলি মোৰ বিশ্বাস। আপোনাৰ বংশাৱলীৰ প্ৰুফ নিয়মমতে পাব পায়। চেপা মোৰ মনেৰে ভাল হব বুলি বিশ্বাস।

মাজে মাজে চিঠি-পত্ৰ লিখিব (মই নিলিখিলেও লেখিব, কাৰণ মোৰ সময় নাইতো জানেই দেখোঁ)। আপোনাৰ চিঠি আমাৰ বৰ হাবিয়াসৰ বস্তু। বাৰু, আজি কালি ওচৰ-চুবুৰীয়াৰ হাঁহ বিশেষকৈ

আমৰলীয়া চোতালত চৰি ফুৰিলে আপোনাৰ খাবৰ মন যায় নে নেযায়? খায় যদি মোলৈকো টোপোলা এটা বান্ধি টেকেলিত ভৰাই থ'ব ; কাৰণ মোৰো আজিকালি "মগুহ" খাবৰ মন যায়—যদিও ভয় লাগে।

আৰু নাই—আজিলৈ ইমানতে।
মোৰ সেৱা ল'ব।

লেডী জেন ডাণ্ডাজ হষ্টেল,
৭১-২ কৰ্ণৱালিছ ষ্ট্ৰীট,
২০ মাৰ্চ, ১৯২৭

আপোনাৰ মৰমৰ
যতীন—

* ১ নং আৰু ২ নং চিঠি দুখন "পত্ৰলেখা" পুথিৰ পৰা আহৰণ কৰা হৈছে। ঃ সম্পাদক ॥

( অধ্যাপক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীলৈ লিখা চিঠি )

( ৩ )

Amolapati
P. O. Rehabari
Dibrugarh ( ASSAM)

মৰমৰ যতীন,

তোমাৰ চিঠিখন পাই বং পালোঁ, মই এই পুৰস্কাৰ ঈশ্বৰৰ দান আৰু ৰাইজৰ শুভাশীষ বুলিয়েই মানি লৈছোঁ। জীৱনত কোনো আশা ৰাখি কাম কৰা নাছিলোঁ যেতিয়া যি মন যায় তাকে কৰোঁ। কবিতা লেখিবৰ মন যায় লেখোঁ—পিচে এতিয়া সেই বায়ু বন্ধ হ'ল। আনকি কিতাপখনি মই নিজেও উলিৱা নাই শ্ৰীযুত বিৰিঞ্চি বৰুৱাই মোৰ কবিতা লিখা বহীবোৰৰ পৰা বাচি ২ উলিয়াই ছপাবলৈ



দিছিল—তেওঁক এই কাম কৰিবলৈ ৺বাণীকান্ত কাকতিয়েও উদগনি দিছিল। এয়েই "বনফুল"ৰ ইতিহাস। মই কোনো এটা কাম ধাৰাবাহিক ৰূপে কৰিব নোৱাৰো! অলিয়া বলিয়া মনে যেনি নিয়ে তেনিয়েই যাওঁ—। মৰম লবা। ঈশ্বৰে তোমাৰ যেন মঙ্গল কৰে এয়ে কামনা। আশা কৰোঁ ভালে আছা। ইতি

তোমাৰ
শ্ৰীযতীন্দ্ৰ নাথ দুৰৱা।

( ৪ )

Amolapati, p. o. Rehabari
Dibrugarh ( Assam )
Dated the 25th Jan. 1956

মৰমৰ যতীন,

তোমাৰ চিঠিখনি পাবৰ কেবা দিনমান হ'ল। নানা কামত ব্যস্ত থকাৰ কাৰণে উত্তৰ দিয়াত পলম হোৱাত যেন বেয়া নেপোৱা। কুসংস্কাৰ আৰু অন্ধবিশ্বাসে মানুহক কেনে আন্ধাৰত থয় আৰু নিজৰ-টোকে ভাল বুলি খামোচ মাৰি ধৰি থাকি গতিশীল জগতত উন্নতিৰ বাটত আগুৱাবলৈ নিশিকে এনে এটা ভাবলৈয়েই 'পোহৰ' টো লেখিছিলোঁ। জ্ঞানৰ পোহৰ পৰিলে মানুহৰ চকু মুকলি হয় আৰু তেতিয়া নিজৰ অন্ধ বিশ্বাসবোৰ আঁতৰি যায়। সময় পৰিবৰ্ত্তনশীল আৰু এই পৰিবৰ্ত্তনৰ লগে লগে মানুহবো পৰিবৰ্ত্তন আহি পৰে...... ইত্যাদি। "Light Light more light..........." "আৰও আলো আৰও আলো মোৰ প্ৰাণে প্ৰভু ঢালো—সুৰে সুৰে বাঁশী পূৰে, মোৰে আৰও আৰও আৰো দাও প্ৰাণ"। নিজৰ লিখা সম্বন্ধে নিজে ক'বলই বড় টান পাওঁ—শেহত তাৰ লগতে এটা গান লগাই দিছিলো—পিচে কথা কবিতাত গুচাই দিলো। সেই গানটো পোহৰক সাবটা মানুহবোৰে ঘৰলই উলটি আহোঁতে বাটে ২ গাই

আহিছিল। গানটো চিঠিখনৰ শেহত দিছোঁ। মন গলে পঢ়ি চাবা। নবৱকুৱাৰ চিঠিখন মই ভালকৈ পঢ়া নাছিলো আৰু পঢ়িবৰ মনো নেযায়। মই Dictator হবলৈ নিবিচাৰোঁ। মাথোন মোৰ মনৰ ভাব প্ৰকাশ কৰিছোঁ। সেইটোত মোৰ অধিকাৰ আছে বুলিয়েই ভাবোঁ, আৰু সকলোৰে সেইটো আছে বুলিও জানো। যি যেনে ভাল পাই কৰক। মাজতে গুৱাহাটীলৈ গৈছিলোঁ। তাত শ্ৰীযুত অতুল হাজৰিকাই কৈছিল যে—"কোনো ঠাইত সভাপতিৰ অভিভাষনৰ ওপৰত কোনেও এনেভাৱে criticize নকৰে। Criticize দূৰতে থাওক এনেদৰে সমালোচনাও নকৰে।" এইবোৰ মোৰ নিজৰ কথা নহয়। গানটো তোমালৈ লেখি পঠাইছোঁ—মন গলে পঢ়ি চাবা। মৰম আৰু সাদৰ সম্ভাষণ লবা। আশা কৰোঁ ভালে আছা। এক ৰকম আছো। ইতি।

তোমাৰ
শ্ৰীযতীন্দ্ৰ নাথ ডুৱৰা

"কোনে আজি মাতে, বাঁহী বাজে সুতালে,
সুৰ লহৰী আকাশ ভৰি উঠে তালে তালে।
কি গান কেনি ভাহি আহে, সপোন মাজত কোনে হাঁহে,
উলাহে মোৰ পৰাণ নাচে, নাচে গানে গানে।
পোহৰ নামে ভুবন জুৰি, মন মোৰ আজি নিয়ে হৰি,
নতুন গীতি নতুন তানে বাজে প্ৰাণে প্ৰাণে।"

This is not for publication

J. Dowerah.



এলম প্ৰেছৰ (কলিকতা) গৰাকী দেব প্ৰসাদ মিত্ৰলৈ লিখা চিঠি।

(৫)

Amolapati, Rehabari
Dibrugarh
13. 12. 55

প্ৰিয় দেববাবু,

অনেক দিন আপনাকে চিঠি লেখা হয়নি, কারণ শরীর আর মনের অবস্থা বড় ভাল ছিল না বলে আশা করি কিছু যেন মনে করবেন না। এখন একটা বিশেষ কথার জন্য আপনাকে চিঠিখানা লিখছি। আপনি শুনে সুখী হবেন যে এইবার "অসম সাহিত্য সভার" বাৎসরিক অধিবেশন গোহাটিতে হইবে। সকলেই প্রায় জোর করেই বল্‌তে হবে, আমাকে সভাপতি নির্ব্বাচিত করেছেন এবং আমি যেন প্রত্যাখ্যান না করি এইজন্য অনেকেই অনুরোধ করেছেন। আমি গতবার প্রত্যাখ্যান করেছি, এইবার আর পারলুন না। ভগবানের দয়ার ওপর নির্ভর করে আমি হব বলেই উত্তর দিয়েছি। আপনিত জানেন যে আমি লুকিয়ে থাকতে চাই। যারা আমাকে টেনে বের করেছে, তার ভিতর আপনিও একজন। যাক্‌গে সেসব কথা—আপনি নিজেই জানেন। অভিভাষনে আমার 'কথা কবিতার' কথাও উল্লেখ করতে হবে এবং অনেকে বইখানার কথা জিজ্ঞাস করবেন এবং আমি আপনার কথা উল্লেখ করে বলব যে "তিনি বের করবেন বলে হাতে নিয়েছেন"—এবং সঙ্গে সঙ্গে আপনি অনুমতি না দিলেও আমি যে আপনার কাছে কতদূর কৃতজ্ঞ তাও বল্‌তে হবে। এই কথাটা এখনি বলে রাখছি।

আমার সাদর সম্ভাষণ গ্রহণ করবেন। আশা করি আপনারা ভাল আছেন। আমার একরকম চল্‌ছে। বিশেষ ভাল না থাকলেও আমাকে ভার নিতে হচ্ছে। আপনার শুভইচ্ছা প্রার্থনা করি।

আপনার
শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

( ৬ )

Dibrugarh
30th March '57

প্রিয় দেববাবু,

কাল আপনার পাঠান বই কখানা পেয়েছি। তার জন্য আপনাকে ধন্যবাদ জানিয়ে আপনাদের অবমাননা করব না—কারণ আমার কাছে আপনারা ধন্যবাদের ঢের ওপরে। আপনারা না থাকলে আমার বই লেখা হত না।

* * *

Delhiর সাহিত্য Akademy থেকে আমার সম্বন্ধে কি লিখেছে তাই আপনাকে জানাচ্ছি—কারণ এই সবের গোড়াতে আপনিই ছিলেন :—

In Jatindranath Dowerah, the romantic morbidity of a non-ethical psssimism finds the fullest expression. His writings are the records of his personal feelings, his contradictory moods, his fugitive love and his sentimental despair. Dowerah has given to Assamese poetry a rich and fresh harvest of natural imagery, many of his imageries are drawn from river, boat and boatman. One of the earliest work of Jatindra nath was "Omartirtha" ( 1926 ) an exquisite and delicate rendering of



khayam's Rubayat (1926). He is also well-known for his "prose-poem—Kathakabita" in which he seems to be the only successful writer. His book "Banaful" was awarded the Sahitya Akademy Prize for the most outstanding Assamese book published since Independence.

আমার সাদর সম্ভাষণ গ্রহণ করিবেন। একরকম চলে যাচ্ছে ; আপনাদের সর্ব্বতোভাবে মঙ্গল কামনা করি। ইতি—

আপনার
শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

৩.,৪, ৫, ৬ নম্বৰৰ চিঠি চাৰিখন শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীৰ সৌজন্যত পোৱা হৈছে। সম্পাদক ॥

শ্ৰীযতি নাৰায়ণ শৰ্ম্মালৈ দিয়া চিঠি ॥

( ৭ )

Amolapati.
P.O. Rehabari
Dibrugarh.
25. XII. 50

মৰমৰ যতি,

তোমাৰ চিঠিখন পোৱাৰ পাছদিনাখনেই মই University-ৰ meeting অৰ কাৰণে গুৱাহাটীলৈ যাবলগীয়া হল। তাৰ পৰা অহা মাথোন তিন দিন মানহে হৈছে। সেইদিনাখন তোমাৰ যেনে ভাল লাগিছিল তোমাক দেখি মোৰো তেনে ভাল লাগিছিল। আশাকৰো তোমাৰ দাদাইদেৱৰ এতিয়া লাহে লাহে ভাললৈ আহিব পায়। বহুত দূৰ বাট বুলিয়েই মই যাব পৰা নাই। কাৰণ আগৰ দৰে উৎসাহ

আৰু সামৰ্থ্যও নোহোৱা হৈছে। মই ইয়াত এটাও কবিতা লেখা নাই। সাময়িক কাগজ পত্ৰত যি ২।৪ টা দেখিছা সেই বিলাক বোধহয় তেওঁলোকৰ হাততে আছিল। তাৰ উপৰি কলিকতাৰ পৰা আহোঁতে মোৰ ফটাচিটা বহী কেইখনমান সাধনে লৈ আহিছিল। সেইবোৰনো কি মোৰ তেতিয়া চাবৰ মন বা সামৰ্থ্য নাছিল। পিচত এদিন বিৰিঞ্চি আৰু ৰোহিনী বৰুৱা ( Ph. D. ) আহোঁতে কবিতাৰ কথা ওলোৱাত সাধনে তাৰে ফটাচিটা কিছুমান উলিয়াই আনি দিলেহি। তাৰো ২।৭ টা মান উলিয়াব পায়। এয়ে কথা। মই নিজ হাতেৰে কবিতা কাকো দিয়া নাই। এই ঠাই দখৰ কবিতাৰ উপযোগী নহয়। আনকি সেইফালে মনকে নেযায়। অৰ্থাৎ I am culturally dead আৰু অলপতে Physically dead হ'ম। তুমি যেন মোক ভুল নুবুজা। মৰম ল'বা। আশাকৰোঁ ভালে আছা। তোমাৰ দেউতাৰক মোৰ শ্ৰদ্ধা জনাবা। আশাকৰো তেখেতৰ ভাল। তোমাৰ সৰ্ব্বাঙ্গীন কুশল কামনা কৰোঁ।

ইতি—

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

৭ নম্বৰৰ চিঠিখন শ্ৰীযতি নাৰায়ণ শৰ্ম্মাৰ সৌজন্যত পোৱা হৈছে।

সম্পাদক ॥